


স্মৃতি গ্ৰন্থ

# বিহুৱান

## ৫৭ তম্ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন-২০১৫



সম্পাদকদ্বয়

অৰূপ কলিতা

অজিত বুঢ়াগোঁহাই

## ৫৭ তম লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন-২০১৫

# উদযাপন সমিতিৰ বিষয়ববীয়া সকল


শ্ৰীযুত কেশৱ ভূঞা
মুখ্য উপদেষ্টা


শ্ৰীযুত উদয় শংকৰ হাজৰিকা
সভাপতি


ড° বিমান চেতিয়া
কাৰ্যকৰী সভাপতি


দেৱজিৎ মজুমদাৰ
কোষাধ্যক্ষ


ডাঃ অমৰেন্দ্ৰ গগৈ
সদস্য, কৰ্ণধাৰ সমিতি


বলিন শইকীয়া
সাধাৰণ সম্পাদক


অজিত বুঢ়াগোঁহাই
সাধাৰণ সম্পাদক


সাধাৰণ সম্পাদক


যদুমনি বৰুৱা
সাধাৰণ সম্পাদক


চন্দন ভূঞা
সাধাৰণ সম্পাদক


ধনমনি দত্ত
সাধাৰণ সম্পাদক


শ্ৰীযুত দিপান্ত হাজৰিকা
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুতা জেতুকী শইকীয়া
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুত সৌৰভ দাস
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুতা চিনু শইকীয়া
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুত প্ৰদীপ শৰ্মা
সদস্য, কৰ্ণধাৰ সমিতি


ডাঃ ভূপেন শইকীয়া
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুত বাবুল চুতীয়া
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুত যাদৱ শইকীয়া
সদস্য, কৰ্ণধাৰ সমিতি


শ্ৰীযুত শান্তনু শৰ্মা বৰুৱা
সদস্য, কৰ্ণধাৰ সমিতি


দিগন্ত শইকীয়া, বিপুল দত্ত,আদিত্য চেতিয়া, মনুজ শৰ্মা, ৰূপাংক বৰা, বুবুলি হাজৰিকা, পুলিন কোঁৱৰ, মাধুৰ্য্য ফুকন, ধ্ৰুৱজ্যোতি বুঢ়াগোঁহাই,জ্যোতি দাস

সহকাৰী সম্পাদক

প্ৰতি, শ্ৰীযুত সঞ্জীৱ উপাধ্যায় দেৱলৈ 'শ্ৰদ্ধাৰে'
— অৰূপ কলিতা —
দিনাংক - ২৪/০৫/১৫

স্মৃতি গ্ৰন্থ

# বিহুৱান

৫৭ তম্
লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৫




সম্পাদকদ্বয়
অৰূপ কলিতা
অজিত বুঢ়াগোঁহাই



**প্ৰকাশক**

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন

উদ্‌যাপন সমিতি

**গ্ৰন্থস্বত্ব**

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন

উদ্‌যাপন সমিতি দ্বাৰা

**প্ৰচ্ছদ**

ৰবীন্দ্ৰ দোলাকাষৰীয়া

**ডি.টি.পি.**

নিতুল দাস

**চেটিং**

কুলদ্বীপ বৈশ্য

ফোন ঃ ৯৫০৮৪৪৭৪১৬

**মুদ্ৰক**

ৰজনী প্ৰিণ্টিং

ডি. কে. ৰোড, লখিমপুৰ

ফোন ঃ ৯৮৫৪২০৫৮০৭

**মূল্য ঃ ১০০/- টকা**




RAJ BHAVAN
GUWAHATI



**Message**

I am glad to learn that the North Lakhimpur Kendriya Rongali Bihu Sanmilan is celebrating the 'Rongali Bihu' Festival from 28th April to 1st May, 2015 with great fanfare.

'Rongali Bihu', one of the greatest festivals of Assam, is celebrated throughout the state amidst great festivity. This remarkable and colourful festival marks the beginning of the Assamese New Year and heralds the advent of spring. It exemplifies the bond of unity and amity among the different people of the state.

I wish the 57th 'Rongali Bihu' Festival of the North Lakhimpur Kendriya Rongali Bihu Sanmilan and the Mouthpiece – 'BIHUAN' grand success.

I convey A Happy New Year and A Happy Rongali Bihu to the people of North Lakhimpur.

(Padmanabha Balakrishna Acharya)

Governor of Assam

Dated: March 26, 2015

Raj Bhavan :: Guwahati

**Gaurav Bothra,** I.A.S.
**DEPUTY COMMISSIONER**
**& DISTRICT MAGISTRATE**
LAKHIMPUR, ASSAM
PIN-787001




Phone : 03752-222196 (O)
03752-222104 (R)
Fax : 03752-222929 (O)
dc-lakhimpur@nic.in
gbothra9@sify.com



# শুভেচ্ছা বাণী

জয়জয়তে লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন উদযাপন সমিতিৰ সকলো কৰ্ম-কৰ্ত্তালৈ ৰঙালী বিহুৰ আন্তৰিক ওলগ জনালো। কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি উদযাপন কৰিবলৈ লোৱা বুলি জানিব পাৰি নথৈ সুখী হৈছো। বিহু অসমীয়াৰ জাতীয় উৎসৱ। প্ৰতি অসমীয়াই স্বকীয় পৰম্পৰাৰ বাপতিসাহোন বিহুটি অতীজৰে পৰা অতি উলহমালহেৰে পালন কৰি আহিছে। ইয়াৰ লগত সংগতি ৰাখি এখনি স্মৰণিকা প্ৰকাশ কৰিবলৈ লোৱাত মই অতিকৈ আনন্দিত হৈছো। স্মৰণিকা খনি বিহুৰ ৰঙীন দিনবোৰৰ পৰশেৰে সমৃদ্ধ হৈ উঠক তাৰ কামনাৰে -

গৌৰৱ বোথ্ৰা

উপায়ুক্ত
লক্ষীমপুৰ

**ব্ৰজেনজিৎ সিংহ, আই. পি. এচ.**
আৰক্ষী অধীক্ষক
লক্ষীমপুৰ
উত্তৰ লক্ষীমপুৰ-৭৮৭০০১






## শুভেচ্ছা বাণী

৫৭ তম্ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি
অহা ইংৰাজী২৮, ২৯,৩০ এপ্ৰিল আৰু ১ মে' তাৰিখে অনুস্থিত হ'ব বুলি জানিব পাৰি সুখী হৈছো।
৫৭ টি বছৰত ভৰি দিয়া ঐতিহ্য মণ্ডিত ৰঙালী বিহু সন্মিলনখনিৰ
গৌৰৱ আৰু ঐতিহ্য যাতে অক্ষুন্ন থাকে তাৰ কামনা কৰিছো।
লক্ষীমপুৰ বাসীৰ আনন্দ, উৎসাহ, আবেগ অনুভুতিৰ স্থল ৰঙালী বিহু সন্মিলন খনি
ঐক্য, সৃষ্টি আৰু সম্প্ৰীতিৰ মিলনভূমি হোৱাৰ লগতে
আনন্দ উৎসাহৰ সমন্বয় স্থলী হৈ উঠক।
এই কামনাৰে ...

**ব্ৰজেনজিৎ সিংহ**
আৰক্ষী অধীক্ষক, লক্ষীমপুৰ




# সদৌ অসম ছাত্ৰ সন্থা

## ALL ASSAM STUDENTS' UNION

মুখ্য কাৰ্যালয় ঃ গুৱাহাটী বিশ্ববিদ্যালয়

Head Office : Guwahati University, Guwahati - 781014

প্ৰসংগ :

দিনাংক : ২০/০৪/২০১৫

## শুভেচ্ছা বাণী

সোণালী জয়ন্তী বৰ্ষ অতিক্ৰম কৰা লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি অহা ২৮, ২৯, ৩০ এপ্ৰিল আৰু ১ মে' ২০১৫ তাৰিখে চাৰিদিনীয়া কাৰ্যসূচীৰে আয়োজন কৰা বুলি জানি আনন্দিত হৈছোঁ।

আমাৰ বাপতিসাহোন বিহু উদ্‌যাপনৰ যোগেদি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে আমাৰ বাৰেবৰণীয়া জাতি-উপজাতি, জনজাতি, জনগোষ্ঠীৰ মাজত ঐক্য, সংহতি আৰু সম্প্ৰীতিৰ বান্ধোন আৰু অধিক কটকটীয়া কৰিব বুলি আশা ৰাখিছোঁ।

বিহু সন্মিলনৰ প্ৰতিটো কাৰ্যসূচী সোণসেৰীয়া হওঁক।

আন্তৰিক শুভেচ্ছাৰে—

| | | |
|---|---|---|
| ডঃ সমুজ্জ্বল ভট্টাচাৰ্য | (শংকৰপ্ৰসাদ ৰায়) | (তপন কুমাৰ গগৈ) |
| উপদেষ্টা | সভাপতি | সাধাৰণ সম্পাদক |
| সদৌ অসম ছাত্ৰ সন্থা | সদৌ অসম ছাত্ৰ সন্থা | সদৌ অসম ছাত্ৰ সন্থা |

॥ জয় আই অসম ॥

# অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদ

## ASOM JATIYATABADI YUBA-CHATRA PARISHAD

কেন্দ্ৰীয় সমিতি ঃ চান্দমাৰী, গুৱাহাটী - ৭৮১০০৩

CENTRAL COMMITTEE : CHANDMARI, GUWAHATI - 781 003

ESTD. : 1978

প্ৰসংগ............................

দিনাংক ২৫/৪/২০১৫ ইং

**শুভেচ্ছাবাণী**

৫৭ সংখ্যক চন্দ্ৰপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন উপলক্ষে প্ৰকাশ হ'বলগীয়া স্মৃতিগ্ৰন্থ 'বিহুৱান'ক আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো। স্মৃতিগ্ৰন্থখনিয়ে জাতিটোৰ প্ৰাণৰ আপোন ৰঙালী বিহুৰ তাৎপৰ্য বহন কৰাৰ লগতে যিবোৰ জাতি-জনগোষ্ঠীৰ বৰ্ণাঢ্য কৃষ্টি-সংস্কৃতি-পৰম্পৰাৰ আলমত গঠিত বৃহৎ অসমীয়া সমাজ-জীৱনৰ সংহতি, একতাৰ ভেঁটিটো অতি মজবুত কৰাৰ কামনা কৰিলো। একে সময়তে ঐতিহ্যমণ্ডিত চন্দ্ৰপুৰৰ অঞ্চলৰ সমাজ-সংস্কৃতিৰ বৰ্ণময় অৱদানকণেৰেও স্মৃতিগ্ৰন্থখনি সমৃদ্ধ হোৱাৰ আশাপ্ৰকাশ কৰিলো।

ৰঙালী বিহুৰ আন্তৰিক শুভেচ্ছাৰে —

(স্বাক্ষৰ)

(অলোক [illegible])

সভাপতি

অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদ



# সভাপতিৰ একাষাৰ

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে ৫৭ তম বছৰত ভৰি দিলে। অৰ্ধ শতিকা অতিক্ৰম কৰি এক ঐতিহ্যত পৰিণত হ'ল। লক্ষীমপুৰ নানা জাতি, উপজাতি, বিভিন্ন ধৰ্ম আৰু ভাষা-ভাষীৰ মিলনভূমি। বসন্ত কালত, গছে পাত সলায়, কুলি-কেতেকীয়ে সুৰদি গীত জুৰে, নতুন বছৰ আৰম্ভ হয় আৰু আৰম্ভ হয় প্ৰধান উৎসৱ বিহু। ঘৰে, ঘৰে, দৈ, চিৰা-পিঠা-পনাৰে খাদ্যৰ বিশাল আয়োজন কৰা হয়। ঢোল, তাল, পেঁপা, গগণাৰ শব্দত, বিহু নামেৰে উখল মাখল হয় অসমীয়া সমাজ, নাচনীৰ নাচত কপেঁ ধৰাতল।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন লক্ষীমপুৰত ৰঙালী বিহু উদ্‌যাপনৰ প্ৰাণকেন্দ্ৰ। এই সন্মিলন লক্ষীমপুৰত ৰঙালীৰ ৰং-আনন্দৰ সৰ্ব্ব বৃহৎ মেলা আৰু উৎসৱ। জাতি, বৰ্ণ, ধৰ্ম্ম, ভাষা, গোষ্ঠী নিৰ্বিশেষে সকলোৰে এই আনন্দ উৎসৱত যোগদান কৰি এই উৎসৱক অসমীয়া গণ সংস্কৃতিৰ এক আন্দোলনলৈ পৰিণত হৈছে। **সৃষ্টি, সম্প্ৰীতি আৰু সমন্বয়ৰ বাণীৰে সকলো জাতি, উপজাতি, ধৰ্ম্ম, ভাষা, গোষ্ঠী নিৰ্বিশেষে সকলোৰে হৃদয়ৰ কোষে কোষে সোমাই আছে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন।** আমাৰ কাৰ্য্যসূচী সমূহে যাতে আমাৰ জাতীয় সত্বা, সংস্কৃতি, প্ৰকৃতি আদি দিশবোৰ প্ৰতিনিধিত্ব কৰে, সাংস্কৃতিক উত্তৰণৰ উপৰিও ৰাইজক ৰং, আনন্দ, মনোৰঞ্জন দিয়ে আৰু ৰাইজৰ গ্ৰহণ যোগ্যতা পায় তাৰ কাৰণে নিৰন্তৰ প্ৰয়াস কৰিছো। **বিহু সন্মিলন বহুতো অনুষ্ঠিত হব পাৰে, কিন্তু ৰাইজৰ গ্ৰহণ যোগ্যতাহে মূল কথা।**

এইবাৰ প্ৰথমবাৰৰ কাৰণে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ সদস্য ভৰ্ত্তিৰ ব্যৱস্থা কৰা হৈছে। অদুৰ ভৱিষ্যতে সদস্যৰ বৰঙণিৰে এই অনুষ্ঠান পাতিব পৰা যাব বুলি লক্ষ্য স্থিৰ কৰা হৈছে। লোকৰ দান বৰঙণিৰে বিহু পতা বুলি থকা বদনাম আশা কৰোঁ আঁতৰাব পৰা যাব।

লক্ষীমপুৰৰ সকলো ৰাইজৰ এই বিহুতলীৰ ওপৰত অধিকাৰ আছে। সকলো ৰাইজকে ইয়াত অংশগ্ৰহণ কৰি এই অধিকাৰ সাব্যস্ত কৰিবলৈ অনুৰোধ জনালো।

আশা কৰো সকলো ৰাইজৰ মৰম চেনেহে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনক অসমীয়া সংস্কৃতিৰ বোঁৱতী সুঁতি কৰি ৰাখিব।

**উদয় শঙ্কৰ হাজৰিকা**
সভাপতি
লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন




# সোণালী ঐতিহ্য বহন কৰি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে গৰকিলে ৫৭ তম্ বৰ্ষ

সম্পাদকীয়

ব'হাগ মাথোঁ এটি ঋতু নহয়
নহয় ব'হাগ এটি মাহ,
অসমীয়া জাতিৰ ই আয়ুস ৰেখা
গণ জীৱনৰ ই সাহ।

— ড° ভূপেন হাজৰিকা

"ব'হাগ এটি ঋতু নহয়, নহয় ই কেৱল এটি মাহ" —দৰাচলতে ব'হাগ অসমীয়া জাতিৰ আয়ুস ৰেখা আৰু প্ৰতিজন অসমীয়াৰ নৈতিক সাহসৰ মূল আধাৰ। ব'হাগ সম্পৰ্কত সুধাকণ্ঠ ড° ভূপেন হাজৰিকাৰ হৃদয়ৰ অনুভৱ মনৰ কথা আচলতে প্ৰতিজন অসমীয়াৰ হৃদয়ৰ অনুভৱ আৰু মনৰ কথা।

বৰ লুইত বৈ থকাৰ দৰেই প্ৰতিবছৰে ব'হাগ আহিব আৰু অসমীয়াৰ জাতীয় সত্বা, আত্মমৰ্য্যদা আৰু সাংস্কৃতিক মূল্যবোধক উজ্জীৱিত কৰি থাকিব। ব'হাগে অসমীয়া মানুহক কেৱল যে অনাবিল সুখ, আনন্দ-স্ফুৰ্ত্তি আৰু ৰঙত ডুবাই দিয়ে তেনে নহয়, সমাজত চলি থকা সকলোধৰণৰ অন্যায়, ভ্ৰষ্টাচাৰ, দুনীৰ্তি, অপসংস্কৃতি, আত্মকেন্দ্ৰীকতা, স্বাৰ্থপৰতা আৰু সংক্ৰীৰ্ণতাৰ বিৰুদ্ধে যুঁজিবলৈ মনত উদ্যম আৰু সাহসৰ জন্ম দিয়ে। শিশু, কিশোৰ-কিশোৰী, ডেকা-গাভৰু, আবাল বৃদ্ধ বনিতাই সকলোৰেই ব'হাগতে আপোন পাহৰা হৈ আনন্দত মতলীয়া হৈ নাচে, গায়।

সৃষ্টি, সম্প্ৰীতি আৰু সমন্বয়ৰ বাৰ্তা কঢ়িয়াই ব'হাগ আহে আমাৰ মাজলৈ। ব'হাগ যে, কেৱল আমিয়েই আদৰো তেনে নহয়, প্ৰকৃতিয়েও ধৰিত্ৰীক সুন্দৰ কৰি তোলে। 'ন-কইনা' সজোৱাৰ দৰে প্ৰকৃতিয়ে সজাই তোলে ব'হাগক। অন্যায়, বৈষম্যৰ বিৰুদ্ধেও ব'হাগে উজাৰি দিয়ে।

এই বহাগতে লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ বিহু বাকৰি ৰূপান্তৰিত হয় ৰং আনন্দ উচ্ছাহৰ মহামিলনৰ সাংস্কৃতিক মহাক্ষেত্ৰলৈ।

প্ৰতিজন লক্ষীমপুৰীয়াই সকলো পাহৰি লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালপী বিহু সন্মিলনৰ পতাকাৰ তলত সমবেত হয়। বিহুগীতত নদ-নদী, জান-জুৰি, চৰাই, চিৰিকতি, জীৱ-জন্তু, পাহাৰ-পৰ্বত, গছ-লতা আদি শব্দৰ অপূৰ্ব সমাহাৰ ঘটাৰ দৰেই বিহু-বাকৰিত জাতি-বৰ্ণ-ভাষা সকলো বৰ্ণৰ লোকৰ বৰ্ণনাতীত সমাহাৰ গঢ়ি উঠে। বৰ্নিল সাংস্কৃতিক শোভাযাত্ৰাত জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলোৱে অংশ গ্ৰহণ কৰি প্ৰমাণ কৰি দিয়ে আমাৰ একতা আৰু সাতামপুৰুষীয়া সম্প্ৰীতিৰ কথা।

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ বাৰেৰহনীয়া চাৰিদিনীয়া সমূহ কাৰ্য্যসূচীয়ে বিহু বাকৰিত গঢ়লৈ উঠে মনোৰম, অপূৰ্ব, আকৰ্ষণীয়, সৃষ্টিৰ সমাহাৰৰ ক্ষেত্ৰলৈ।

২০১৫ বৰ্ষ লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন লক্ষীমপুৰীয়া ৰাইজৰ বাবে চিৰস্মৰণীয় হৈ থাকিব। সন্মিলনৰ সভাপতি উদয় শংকৰ হাজৰিকাই ইং ৮ মাৰ্চ তাৰিখে

অনুষ্ঠিত হোৱা ৰাজহুৱা সভাত উত্থাপন কৰে এক ঐতিহাসিক প্ৰস্তাব। উক্ত প্ৰস্তাৱ ৰাজহুৱা সভাত গৃহীত হোৱাত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন খনিয়ে এক অনন্য মাত্ৰা লাভ কৰে। সন্মিলনৰ বাবে স্থায়ী সমিতি গঠনৰ সিদ্ধান্ত গ্ৰহণৰ লগতে প্ৰতিজন লক্ষীমপুৰীয়াই ২০০.০০ টকাৰ বৰঙণিৰে সদস্য হিচাবে অৰ্ন্তভূক্ত হৈ সন্মিলনৰ সদস্য হোৱাৰ গৌৰৱৰ অধিকাৰী হ'ব পাৰিব। সভাপতিদেৱৰ এনে ঐতিহাসিক ইতিবাচক চিন্তাক আমি আন্তৰিকতাৰে আদৰণি জনাইছো।

এই আপাহতে আমি ক'ব বিছাৰিছো ৰঙালী বিহু উদ্‌যাপনৰ নামত যি সমূহ অপশক্তিৰ লগতে অশুভ কথা-বতৰা ইতিমধ্যে মূৰ দাঙি উঠিছে তেনেবোৰ কথা-কাণ্ডৰ বিৰুদ্ধে সন্মিলনে বস্তুনিষ্ঠ বিশ্লেষনেৰে হস্তক্ষেপ নিশ্চয়কৈ কৰিব লাগিব। আমি পাহৰিলে নহ'ব যে সংকীৰ্ণতাই আমাক নিশকতীয়াহে কৰে শক্তিশালী নকৰে-

ব'হাগৰ এই বতৰতে আমি সংকল্প লওঁ আহক সকলোৰে ওপৰত জাতীয় সংস্কৃতি আৰু জাতীয় আত্মসন্মানবোধক তুলি ধৰিবৰ বাবে কিছু ত্যাগৰ আদৰ্শ দাঙি ধৰিবলৈ।

আমি লক্ষ্য ৰাখিব লাগিব স্বাৰ্থপৰ, সংকীৰ্ণ আৰু সুযোগসন্ধানী সকলে যাতে ঐতিহ্যমণ্ডিত সন্মিলনখনিক ব্যৱহাৰ কৰি ইতিহাস কলংকিত কৰিব নোৱাৰে।

শেষত পুনৰ দোহাৰো-

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি বৰ লুইতৰ দৰে বৈ থাকক সৃষ্টি, সম্প্ৰীতি, ঐক্য আৰু সমন্বয়ৰ বাৰ্তা বহন কৰি-

এই আশা আমি নিশ্চয় কৰিব পাৰো। লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি সাফল্যমণ্ডিত কৰি তোলাৰ ক্ষেত্ৰত যি সকল সহৃদয় ব্যক্তিয়ে পৰোক্ষ কিম্বা প্ৰত্যক্ষভাৱে সহায় সহযোগিতা আগবঢ়ালে তেখেতসকলৰ প্ৰতি আমি আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

**অৰূপ কলিতা**
অজিত বুঢ়াগোঁহাই

# সূচীপত্ৰ

# অবিভক্ত লক্ষীমপুৰ জিলাৰ বিহুৰ ঐতিহ্য

✍ ইছমাইল হুছেইন

অবিভক্ত লক্ষীমপুৰ জিলা বুলি ক'লে বৰ্ত্তমানৰ লক্ষীমপুৰ আৰু ধেমাজি জিলাক বুজায়। ১৯৮৯ চনত পূৰ্বৰ লক্ষীমপুৰ জিলাখন ভাগ হৈ ধেমাজি আৰু লক্ষীমপুৰ জিলা গঠন হয়। ৩২৩৭ বৰ্গ কিলোমিটাৰ মাটিকালিৰে ধেমাজি জিলা আৰু ২২৭৭ বৰ্গ কিলোমিটাৰ মাটিৰে লক্ষীমপুৰ জিলা গঠিত। দুয়োখন জিলাৰ মাটিকালি যোগ কৰিলে ৫৫১৪ বৰ্গ কিলোমিটাৰ হয়। এই দুয়োখন জিলাৰ প্ৰধান ঠাইসমূহ হ'ল লক্ষীমপুৰ, ধেমাজি, ঢকুৱাখনা, জোনাই, চিলাপথাৰ, মাছখোৱা, বাসুদেৱ, নাৰায়ণপুৰ, নাওবৈচা, বিহপুৰীয়া আদি।

অবিভক্ত লক্ষীমপুৰ জিলাৰ ভৌগোলিক অৱস্থানৰ বিশ্লেষন কৰিলে দেখা যায় যে এই জিলাখন অতীজৰে পৰা নৈ, বিল, জলাহ, সুঁতি, অভয়াৰণ্য আদিৰে ভৰপূৰ। অবিভক্ত জিলাখনৰ দক্ষিণ দিশেৰে বৈ গৈছে বিশাল ব্ৰহ্মপুত্ৰ নদী। এই নদীক কেন্দ্ৰ কৰি জোনাইৰ পৰা ঢলপুৰলৈকে দিকৰাই, চিমেন, গোগা, গাই, কুমটিয়া, জীয়াঢল, বুঢ়ীসুঁতি, মৰিঢল, তেলিজান, চিচি, টঙালি, কঢ়া, চিলনী, লাইপুলীয়া, ৰঙানদী, সোৱণশিৰি, ডিক্ৰং, শিঙৰা, পহুমৰা, সোমদিৰি, ঘূণাসুঁতি, চাৰিকড়ীয়া, একঢ়ীয়া, শিঙিয়া, আদিকে কৰি অনেক বুলি জনাজাত। সেয়ে অবিভক্ত লক্ষীমপুৰ জিলাখন নদীকেন্দ্ৰীক এক ভূখণ্ড বুলি জনাজাত। বানপানী, গৰাখহনীয়া আদিৰে বিদ্ধস্ত জিলাখনত বিলমুখ, কুৱাবাৰী দলনি আদি পক্ষী উদ্যান, পাভ অভয়াৰণ্য আদিয়ে প্ৰাকৃতিক সৌন্দৰ্য বৰ্ধন কৰিছে। তদুপৰি আছে বাসুদেৱ থান, পদুমণি থান, মালিনী থান আদিৰ দৰে ধৰ্মীয় ঐতিহ্যৰ অনুষ্ঠান। এইবোৰৰ উপৰি ঢকুৱাখনা, ধেমাজি, মাছখোৱা আদি ঠাইসমূহো আছে। এই আটাইবোৰেই বিশেষ বিশেষ দিশত ৰঙালী বিহুৰ সুকীয়া ঐতিহ্য বহন কৰিছে।

অবিভক্ত লক্ষীমপুৰ জিলাত ৰঙালী বিহুৰ বৈশিষ্ট্য আৰু ঐতিহ্য এয়ে যে অতীতৰ বিহুৰ কিছুমান বিহুনাম, জাতনাম, জোৰানাম, নাচৰ ভঙ্গিমা আদি অপৰিবৰ্তনীয় ৰূপত জিলাখনত প্ৰবাহমান নদীৰ দৰে গতি পাই আহিছে। তদুপৰি আছে জনগোষ্ঠীয় বিহুৰ ঐতিহ্য। এই ক্ষেত্ৰত ঢকুৱাখনাৰ ম'হঘূলি চাপৰিত ফাট-বিহু, ধেমাজিৰ গোঁহাই গাঁৱৰ কুকুৰা বিহু, মাছখোৱাৰ ৰাতি বিহু আদিয়ে জনগোষ্ঠীয় বিহুৰ সৈতে ৰঙালী বিহুৰ ঐতিহ্য বহন কৰি আহিছে। অবিভক্ত জিলাখনৰ মিচিং, দেউৰী, সোনোৱাল কছাৰী, কোচ, কৈৱৰ্ত্ত, আহোম, চুতীয়া বড়ো আদি জনগোষ্ঠীয়েও তেওঁলোকৰ সামাজিক পৰম্পৰাৰ মাজেৰে ৰঙালী বিহুৰ বৈচিত্ৰ্য ৰূপ তুলি ধৰিবলৈ সক্ষম হৈছে।

অবিভক্ত জিলাখনৰ ঐতিহ্যপূৰ্ণ বিহু বুলি ক'লে মুলতঃ ঢকুৱাখনাৰ চাৰিকড়ীয়া নদীৰ পাৰত ম'হঘূলি চাপৰিৰ ফাটবিহু, ধেমাজিৰ গোঁহাই গাঁৱৰ কুকুৰা যুঁজ কেন্দ্ৰীক ৰঙালী বিহু, মাছখোৱাৰ ৰাতি বিহু আদিকে বুজায়। এই আটাইবোৰ ঠাই প্ৰাচীন হাবুং ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। অনাৰ্য ভাষাৰ শব্দ 'হা' আৰু 'বুং' মিলি হাবুং হৈছে। 'হা' মানে বহল আৰু 'বুং' মানে ঠাই; অৰ্থাৎ আহল বহল ঠাই। আন এক অৰ্থত হাবুং মানে পলসুৱা আৰ্দ্ৰভূমি। উত্তৰপাৰৰ হাবুঙত এসময়ত কছাৰী, চুতীয়া আৰু ভূঞা কায়স্থসকলে ৰাজত্ব কৰিছিল যদিও ১৫১২ চনৰ পৰা ঠাইখন সম্পৰ্কে আহোম ৰজাৰ দখললৈ আহে। তাৰ আগতে আহোম স্বৰ্গদেউ চুকাফাই পোন প্ৰথমে হাবুংতেই ৰাজধানী পাতিছিল বুলি বুৰঞ্জী গ্ৰন্থসমূহে কয়। সেয়ে প্ৰাচীন কালৰে পৰাই হাবুংখন বিভিন্ন জনগোষ্ঠীৰ বসতিস্থল আৰু হাবুঙৰ ৰঙালী বিহুও জনগোষ্ঠীয় বৈচিত্ৰ্যৰে পৰিপূৰ্ণ।

হাবুঙৰ অন্তৰ্ভূক্ত ঢকুৱাখনাৰ ফাট বিহুত প্ৰচলিত এটি পুৰণি বিহুনামৰ পৰা এই ঐতিহ্যপূৰ্ণ বিহুটিৰ উৎপত্তিৰ সময়ৰ কথা জানিব পাৰি। বিহুনামটি হ'লঃ

*"পখিলা উৰা দি উৰ ঐ নাচনী*
*পখিলা উৰা দি উৰ,*
*জোৰো আগৰ ফাটবিহু খনিৰ*
*পোৱি পীৰিতিৰ ওৰ।"*

এই ফাটবিহুৰ উৎপত্তিৰ সৈতে 'ফাট' নামৰ শব্দটি জড়িত হৈ আছে। 'ৰজাৰো আগৰ'; অৰ্থাৎ হাবুঙ ৰাজ্যখন ৰজাই শাসন কৰাৰ আগৰে পৰা নৈৰ পাৰত বা ফাটত বিভিন্ন জনগোষ্ঠীৰ লোকে একেলগে বিহু মাৰিছিল যদিও 'ফাট' নামটো সোতৰ শতিকাতহে বিহুৰ সৈতে জড়িত হয়। তাই ভাষাৰ শব্দ 'ফাট' মানে হ'ল নৈ বা গভীৰ পানী থকা ঠাইৰ দাঁতিত বেহা-বেপাৰ, কৰ-কাটল সংগ্ৰহ আদি কৰাৰ বাবে সমবেত হোৱা ঠাই। এই ফাটতেই সোতৰ শতিকাৰ মাজভাগৰ পৰা আহোম চুতীয়া, কোচ, মিচিং, সোনোৱাল, কছাৰী, দেউৰী, কৈৱৰ্ত্ত আদি জনগোষ্ঠীৰ মানুহে লগ হৈ সাতদিনলৈকে বিহু মাৰিছিল। পিছলৈ সেই বিহুৰেই কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা মুকলি বিহুৰূপে আৰু ১৯৭৬ চনৰ পৰা উদ্‌যাপন সমিতি গঠনৰ মাজেৰে তিনিদিনীয়া কাৰ্যসূচীৰে ম'হঘুলি চাপৰিত অনুষ্ঠিত হৈ আহিছে। ফাটবিহুৰ 'বৈশিষ্ট্য এয়ে যে এই তিনিদিনীয়া বিহুত আহোম, চুতীয়া, কোচ, কৈৱৰ্ত, কলিতা, মিচিং, দেউৰী, সোনোৱাল কছাৰী আদি জনগোষ্ঠীৰ বিহুৱা-বিহুৱতী আৰু বিহুদলে সম্পূৰ্ণ প্ৰাকৃতিক পৰিৱেশত চাৰিকড়ীয়া নদীৰ পাৰৰ ম'হঘুলি চাপৰিৰ বিহুতলীত বিহু মাৰে। বিভিন্ন জনগোষ্ঠীৰ লোক গোট খোৱা বাবে ফাটবিহু সমন্বয়ৰ বিহুৰূপে চিহ্নিত হৈছে।

ফাটবিহুৰ আন এক ঐতিহ্য হ'ল গাভৰু আৰু বোৱাৰীৰ টকাবিহু। বাঁহৰ টকা বজাই বিহুনাম গাই নাচে বাবে গাভৰু বোৱাৰীৰ বিহুক টকাবিহু বুলি কোৱা হয়। এই টকাবিহু নামটো অবিভক্ত লক্ষীমপুৰ জিলাৰ বাদে আন ঠাইত শুনিবলৈ পোৱা নাযায়। টকাবিহুক কেন্দ্ৰ কৰি জিলাখনৰ গাঁৱে-ভূৱেঁ অনেক ঐতিহ্যময় বিহুনাম প্ৰচলিত হৈ আছে।

ফাটবিহুৰ দৰেই বহুযুগৰে পৰা ধেমাজিৰ ওচৰৰ গোঁহাই গাঁৱত কুকুৰা যুঁজৰ মাজেৰে বিহু পালন কৰি আহিছে। কুকুৰা যুঁজ আৰু কণী যুঁজ অনুষ্ঠিত কৰাৰ মাজেৰে আয়োজন কৰা বাবে গোহাঁইগাঁৱৰ বিহুক কুকুৰা বিহু বুলিও জনা যায়।

ধেমাজি জিলাৰ মাছখোৱাৰ সোতৰ শতিকাৰ পৰা গছতলত ৰাতি বিহু অনুষ্ঠিত হৈ আহিছে। কুৰি শতিকাৰ সত্তৰ দশকলৈ মাছখোৱা অঞ্চলত ৰাতি বিহুৰ পুৰণি ঐতিহ্য অক্ষুন্ন আছিল। শতিকাটোৰ শেষভাগৰ পৰা উদ্‌যাপন সমিতি গঠনৰ মাজেৰে প্ৰাকৃতিক পৰিৱেশত মাছখোৱাত ৰাতি বিহু উদ্‌যাপন হৈ আহিছে।

এনেদৰে দেখা যায় যে অবিভক্ত লক্ষীমপুৰ জিলাত বিভিন্ন ৰূপত ৰঙালী বিহু উদ্‌যাপন হৈ আহিছে। স্থানীয় বৈশিষ্ট্যৰে সমৃদ্ধ এই বিহু সমূহত আন এটা দিশ হ'ল বিহুনামত ইতিহাস আৰু ঐতিহ্যৰ সন্ধান। উদাহৰণস্বৰূপে ফাটবিহুক কেন্দ্ৰ কৰি প্ৰচলিত বিহুনামত আছে ধাইনাম, নৈ, জনগোষ্ঠী, দলনি আদিৰ সঘন উল্লেখ। যেনে- ম'হঘুলি কেন্দ্ৰিক বিহুনাম ঃ

*"ম'হঘুলি চাপৰি আবেলি ঐ আবেলি*
*ধানে নিবাইছিলা চাপৰি ঐ চাপৰি*
*বহাগৰে দুপৰীয়া ঢোল পেঁপাৰ ঐ গুম্‌গুমনি*
*ঢপলিয়াই আহিলা মৰমৰে নাচনী;*
*হায়ৈ জোন এবেলি কিয় পোহৰ দিলি*
*মোৰেনো মন বলিয়া, মোৰেনো মন বলিয়া কৰি।"*

জনগোষ্ঠী কেন্দ্ৰিক বিহুনাম ঃ

*"মহ'ঘুলি চাপৰি আহিবা লাহৰী*
*ফাটবিহুৰ বতৰা পাই,*
*মিচিং আহিব দেউৰীও আহিব*
*আমাৰ বিহু ভাঙোতা নাই।"*

নদীকেন্দ্ৰিক বিহুনাম ঃ

*"চাৰিকড়ীত মাৰি যাওঁ চাৰিটাকৈ ভেকুলী*
*ফাটবিহুত মাৰি যাওঁ মাকো,*
*মিচিং আহিছে দেউৰীও আহিছে*
*মইনো বৈ কেনেকৈ থাকোঁ।"*

দলনিকেন্দ্ৰিক বিহুনামঃ

*"কুৱাবাৰী দলনি চৰাই শুৰনি*
*চেনাইৰ মিঠালগা মাত,*
*ফাটবিহু আহিলে ৰ'বকে নোৱৰোঁ*
*হাবি কাটি ওলালে বাট।"*

ফাটবিহুৰ বিহুনামে বহন কৰা ঐতিহ্য অবিভক্ত জিলাখনৰ আন ঠাইত বিহু নামেও কঢ়িয়াই ফুৰা দেখা যায়। যেনে- মাছ খোৱাৰ ৰাতিবিহুক কেন্দ্ৰ কৰি প্ৰচলিত বিহুনামত আছে লাইপুলীয়া নৈৰ কথাঃ

*"ঘৰলৈ গ'লে মোক আয়ে দংশিব*
*কেনেকৈ ছিঙিলি কাণ,*
*লাইপুলীয়া নৈখন কুৰুকা-কুৰুকি*
*তাতে পৰি ছিগিলে কাণ।"*

অবিভক্ত লক্ষীমপুৰ জিলাৰ আন নদীসমূহে কেনেদৰে বিহুনামত ঠাই পাইছে তাৰ কেইটামান উদাহৰণ হ'লঃ

*"কচ্যা কুমতীয়া মধুমতী শিঙিয়া*
*মত্যত বাসুদেউ পথাৰ,*
*আজি গধুলিকৈ যামে তোৰ ঘৰলৈ*
*পাতিম দীঘলীয়া কথা।"*

*"সোৱণশিৰি বালিতে কোনে সোণ কমালে*
*বালিৰে বালিচন্দা ধুই,*
*তুমি চোৱা আমালৈ আমি চাওঁ তোমালৈ*
*দুফালে দুকুৰা জুই।"*

*"জীয়াঢল বাঢ়িলে মৰিঢল শুকালে*
*দুলুং এৰাসুঁতি হ'ল,*
*যোৰফাঁট মাৰোতে সাজোতে কাতোতে*
*যৌৱনকাল ভটিয়াই গ'ল।"*
*"পহুমৰা নৈখন কোনেনো খন্দালে*
*দুয়োপাৰ খহি খহি পৰে,*
*মোৰেনো হৃদয়খন কোনো খন্দালে*
*বিৰহত জহি-খহি পৰে।"*
*"মাছৰে বেজাৰত জীয়াঢল শুকালে*
*মৰিঢলত শুকালে শালি,*
*চেনাইৰে বেজাৰত দেহাটি শুকালে*
*যেন বগীনদীৰ বালি।"*
*"ৰঙানৈ শুকালে মাছৰে বেজাৰত*
*লুইতখন শুকাইছে কিয়,*
*মই চেনাই শুকাইছো তোমাৰে বেজাৰত*
*তুমি চেনাই শুকাইছা কিয়?"*

এনেদৰেই অবিভক্ত লক্ষীমপুৰ জিলাৰ কড়া, কুমতীয়া, মধুমতী, শিঙিয়া, ৰঙানৈ, পহুমৰা, জীয়াঢল, মৰিঢল. সোৱণশিৰি, চাৰিকড়ীয়া, লাইপুলীয়া আদি নৈৰ উল্লেখে বিহুনামক সমৃদ্ধ কৰিছে। অবিভক্ত জিলাখনৰ মিচিং সমাজেও অইনিঃতমৰ মাজেৰে সমৃদ্ধ ৰূপত সোৱণশিৰি (অৱনৰী), খেৰকটা (কেৰকটা) আদি নৈক তুলি ধৰিছে। যথা-

*"অবনৰী আনীল বাংকলা আপ্পী মীচুমা,*
*আজ্জী দক্কী মীঃনামবৃ মিপ্পানাপী মীচুমা।*
*(সোৱণশিৰি নদীখন সাঁতুৰিব নোৱৰোঁ,*
*সৰুকালৰ ভালপোৱা পাহৰিব নোৱাৰোঁ।)"*
*"কেৰকটা আনলী কাম্‌পনচুলি ইদুনী,*
*আজ্জী দক্কী মীঃনামবৃ নতুৱাৰী ইদনী।"*
*(খেৰকটা নৈখন শুকান মৰুভূমি হ'ল,*
*সৰুকালৰ ভালপোৱা আঁতৰি গ'ল।)*

অবিভক্ত লক্ষীমপুৰ জিলাখন থান-সত্ৰৰে চহকী। ধৰ্মীয় আৰু সাংস্কৃতিক ঐতিহ্য-এই দুয়োটাকেই ধাৰণ কৰিছে জিলাখনৰ নামঘৰ, থান-সত্ৰসমূহে। সেয়ে বিহুৰ সৈতেও জিলাখনৰ থান-সত্ৰসমূহৰ সম্পৰ্ক গঢ় লৈ উঠিছে। বিহুৰ বতৰত বিহুৱা বিহুৱতীসকলৰ বহুতেই থানসমূহলৈ গৈ সেৱা জনায়। বিহুনামতো স্থা লাভ কৰিছে থান সত্ৰসমূহে। অবিভক্ত জিলাখনৰ তেনে থান-সত্ৰৰ অন্যতম হ'ল বাসুদেউথান, মালিনী থান, পদুমনি, থান আদি। বিহুনামত এই থানসমূহৰ উল্লেখ এনে ধৰণৰঃ

*"নামঘৰত দি যাওঁ ৰাঙলী শৰাইখন*
*বাসুদেউত দি যাওঁ ফুল,*
*গাঁৱৰ বুঢ়া-খো মাতো তুতিকৈ*
*গাঁৱত নেপেলাবা মোক।"*
*"জীৱন মৰুভূমিত তুমি মোৰ নিজৰা*
*যৌৱনৰ সুঁতিত নাও,*
*মালিনী থানতে সেৱা দি আহিলোঁ*
*তোমাক কেনে কৰি পাওঁ।"*
*"গধূলি গধূলি গৰুঘৰে পদূলি*
*গধূলি ছিটিকা পাতোঁ,*
*তোমাকে পাবলৈ পদুমণি থানলৈ*
*তামোলৰ টোপোলা বান্ধোঁ।"*

ধেমাজিৰ গোহাঁইগাঁৱৰ কুকুৰা যুঁজকেন্দ্ৰিক বিহুক কেন্দ্ৰ কৰি কছাৰী জনজাতিসকলৰ পূৰ্বপুৰুষৰ দুজন বীৰ ধনবৰ আৰু মনবৰক স্মৰণ কৰিয়ো বিহুনাম গঢ় লৈ উঠিছে। মূলতঃ হুঁচৰিৰ আৰ্হিত গোৱা ধনবৰ মনবৰ সম্পৰ্কীয় বিহুনামত কুকুৰা যুঁজৰ কথায়ো স্থান পাইছে। যেনে-

*"ধনবৰ ঐ মনবৰ ঐ*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ।*
*ধনবৰ ঐ বেথা বৰ ঐ*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ।*
*ধনবৰ কুকুৰা শেনে ফুটুকীয়া*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ।*
*মনবৰ কুকুৰা ৰঙা ফুটুকীয়া*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ।*
*লৈ আন কুকুৰা, লৈ আন কুকুৰা*
*ধনবৰ ঐ মনবৰ ঐ*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ।"*

এনেদৰে হুঁচৰি গাই গাই দুটা দলে কুকুৰা যুঁজ পাতে। এই যুঁজ পাতোতে বিহুতলীত দুটা দলত বিভক্ত হৈ দুইফালৰ পৰা দুটা কুকুৰা মেলি দিয়া হয়। তাৰে এটা কুকুৰা ৰজাৰ মঙলৰ বাবে আৰু আনটি প্ৰজাৰ মঙলৰ বাবে। এই যুঁজ পতাৰ মুল উদ্দেশ্য হ'ল কৃষিজীৱি ৰাইজে বছৰটোৰ বাবে যাতে মঙ্গলে থাকে। তদুপৰি এই যুঁজক প্ৰজননৰ প্ৰতীক হিচাপেও ভবা হয়। কুকুৰা যুঁজকেন্দ্ৰিক বিহুৱে ৰাইজৰ মাজত সদ্‌ভাৱ আৰু সম্প্ৰীতিৰ পৰিৱেশ সৃষ্টিত অৰিহণা যোগায়। কিছুমানে কুকুৰা যুঁজৰ বিহুৱা দলক মাননিও দিয়ে। তেনে মাননিৰে সমাজৰ উন্নয়নৰ হকে কাম কৰা হয়। গোঁহাই গাঁৱৰ কুকুৰা যুঁজ কেন্দ্ৰিক বিহুৱে ধেমাজিৰ সাংস্কৃতিক ঐতিহ্যক মহীয়ান কৰিছে।

লক্ষীমপুৰ জিলাৰ বিহুৱা আৰু বিহুৱতীসকলৰ এক সংগ্ৰামী ঐতিহ্য আছে। বিশেষকৈ নাচনীসকলে বোৱনী আৰু ৰোৱনীৰ ভূমিকা পালন কৰাৰ উপৰি বিহুনাম গাই বৃটিছ বিৰোধী ধ্বনি তুলিছিল কুৰি শতিকাৰ প্ৰথম ভাগত। ১৮৯৮ চনৰ ২৪ আগষ্টত লণ্ডনৰ 'The National Guardian' নামৰ কাকতত অসমৰ নগাঁৱৰ বৃটিছভক্ত বুদ্ধিনাথ দিলিহিয়াল ভট্টাচাৰ্যই 'The Assamese Bihu' নামৰ প্ৰবন্ধ লিখি ৰঙালী বিহু

নিষিদ্ধকৰণৰ প্ৰস্তাৱ আগবঢ়াইছিল আৰু সেইমতে বৃটিছ প্ৰশাসনে ১৮৯৯ চনৰ মাজভাগত বিহুক নিষিদ্ধকৰণ কৰি আদেশ জাৰি কৰিছিল। সেই নিষিদ্ধ কৰণৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ নগাঁবৰ পুৰণিগুদামৰ আনন্দ দাসৰ নেতৃত্বত ঢুলীয়া মইমত টাটিঙা বৰা আৰু তেওঁৰ নাচনী ভনীয়েক চেনিমাইবা লগত লৈ গুৱাহাটীলৈ আহি এঘন্টা সময় জিলাধিপতিৰ বাসভৱনৰ সন্মুখত বিহু নাচ নাচিছিল। তিনিগৰাকীৰে ওজৰ আপত্তি শুনি বৃটিছ চৰকাৰে ১৮৯৯ চনৰ শেষভাগত বিহু নিষিদ্ধকৰণৰ প্ৰস্তাৱ তুলি ল'বলৈ বাধ্য হৈছিল। লক্ষীমপুৰ জিলাতো বিহুৰ নিষিদ্ধকৰণৰ প্ৰভাৱ পৰিছিল। বাতৰিটো পাই জিলাখনৰ বিহুৱা বিহুৱতী সকল খঙত ফাটি পৰিছিল; বিহুৱতীসকলে বিহুনামেৰে বৃটিছৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিছিল; তাঁতশাল এৰি মেখেলা কোচাই চোচা লৈছিল বৃটিছ বিষয়ালৈ বুলি। জিলাখনৰ বিহুৱতীসকলে বৃটিছ চাহাবলৈ ভয় নকৰি বিহুৰ নিষিদ্ধকৰণৰ বিৰুদ্ধে যে প্ৰতিবাদ সাব্যস্ত কৰিছিল সেই সন্দৰ্ভত জিলাখনত প্ৰচলিত পুৰণি বিহুনামতো উল্লেখ পোৱা যায়। যেনে-

*"ঢাপে ঢাপে চৰিলে ঢাপলিকা চৰাইটি*
*বাঘলৈয়ো নকৰে ভয়,*
*লক্ষীমপুৰ জিলাৰ সোলেঙী গাভৰু*
*চেহাবলৈ নকৰে ভয়।"*

এনে ধৰণৰ প্ৰাকৃতিক, ঐতিহাসিক, সাংস্কৃতিক, ধৰ্মীয় আৰু সংগ্ৰামী ঐতিহ্যৰে চহকী অবিভক্ত লক্ষীমপুৰ জিলাৰ গাঁৱে-ভূঞে অতি মনোমোহা প্ৰাকৃতিক পৰিৱেশত ৰঙালী বিহু উদ্‌যাপন কৰা হয়। অবিভক্ত জিলাখনৰ কেঁকুৰি, বেবেজীয়া, পানীগাওঁ, ঘিলামৰা, গন্ধীয়া, ঘাৰমৰা, জোনাই, চিচিবৰ, বৰদলনি, নাৰায়ণপুৰ, বিহপুৰীয়া, ঢলপুৰ, পহুমৰা, নাওবৈচা, আজাদ, বাটমাৰী আদিতো ৰঙালী বিহুৰ পৰম্পৰা আৰু পৰিৱেশনৰ পুৰণি ঐতিহ্য বিদ্যমান। পুৰণি সুৰৰ বিহুনাম আৰু পুৰণি নাচোন ভঙ্গীমাত এই অঞ্চলসমূহৰ বিহুৱা বিহুৱতীসকলৰ মাজত বিদ্যমান। ঢকুৱাখনাৰ ফাটবিহুক কেন্দ্ৰ কৰি কিছুমান জাতনাম প্ৰচলিত আছে যিবোৰ মাজত সামাজিক, সাংস্কৃতিক আৰু ভৌগোলিক ঐতিহ্য জিলিকি উঠিছে। যেনে-

*"এ লিলিং লালাং কচুশাকত তেল নাই*
*ঢুলীয়া কাংকান ঐ নাচনী মাকন বিদাংদাং, নীলমণি দাং।*
*লামডিং লতপ ঐ মণিৰাম চতপ ঐ*
*হাতীয়ে মাউতক পলুৱাই নিলেগৈ ম'হঘুলি চাপৰিলৈ।*
*সৰুটি অ, সৰু-সৰু বেঙেনাৰ পাত,*
*লোণ মাৰোঁ গাত চুণ মাৰোঁ গাত,*
*চেহাবনী ছোৱালীৰ ৰিহা নাই গাত*
*পানী আনি ভাত ৰান্ধি নোখোৱাৰ জাত।*
*লৌ লৌ লৌগুটি চৌ চৌ চৌগুটি*
*উঁয়ে খালে পোৱে খালে ঠাক ঠাক ঠাক।"*

এই বিহুনামটিত (জাত নাম) মিচিং ঢুলীয়া (ঢুলীয়া কাংকান), মণিৰাম দেৱান (মণিৰাম চতপ), লামডিং জংচন (লামডিং লতপ)স ম'হঘুলি চাপৰি, ৰিহা আদি বিভিন্ন প্ৰসঙ্গৰ উল্লেখ কৰা হৈছে। দেখিবলৈ সঙ্গতিহীন শব্দ আৰু খণ্ডবাক্যৰ সমৃদ্ধ বিহুনামটিৰ সৈতে ঢোলৰ তিনিটা ছেও আৰু নাচোনৰ কমেও পাঁচটা ভঙ্গিমাৰ প্ৰয়োগ ঘটে। এনে ধৰণৰ জাতনামৰ সৈতে বিহুৱা-বিহুৱতীসকলে নচাটো কঠিন কাম যদিও অবিভক্ত লক্ষীমপুৰ জিলাৰ পাঁকৈত বিহুৱা বিহুৱতীৰ বাবে সহজ।

অবিভক্ত জিলাখনৰ ঐতিহ্যময় ৰাতিবিহুক কেন্দ্ৰ কৰিয়ো অৰ্থপূৰ্ণ বিহু নামৰ প্ৰচলন আছে। তেনে এটি বিহুনাম (জাতনাম) ব্ৰহ্মপুত্ৰ দক্ষিণপাৰৰ দিচাংমুখক কেন্দ্ৰ কৰি গোৱা হয়। যেনেঃ-

*"ম'হৰ নাকী ঘোঁৰাৰ লেকাম*
*দিচাংমুখত জাহাজ ৰখাম*
*চাৰিআলিত চাহৰ দোকান*
*বাটত পালে তোমাক জোকাম*
*নুশুবাদেই নুশুবাদেই*
*ৰাতি বিহু চাবলৈ*
*ৰাতি বিহু চাবলৈ যাম।"*

কেৱল বিহুনাম বা জাতনামৰ ক্ষেত্ৰতেই নহয়, নাচৰ ভঙ্গিমাৰ ক্ষেত্ৰতো জিলাখনত স্বকীয়তা লক্ষ্য কৰা যায়। বিশেষকৈ গাভৰু বা বোৱাৰী টকাবিহু কেৱল বিহুনাম বা জাতনামৰ ক্ষেত্ৰতেই নহয়, নাচৰ ভঙ্গিমাৰ ক্ষেত্ৰতো জিলাখনত স্বকীয়তা লক্ষ্য কৰা যায়। বিশেষকৈ গাভৰু বা বোৱাৰী টকা বিহু পৰিৱেশৰ সময়ত বা মুকলি বিহুত বিহুৱতীয়ে নচাৰ সময়ত 'আগফালে হাওলি কঁকাল ভঙা আৰু তালে তালে হাতদুখন পিছফালে নি কঁকালটো এবাৰ খামোচ মাৰি ধৰা, এবাৰ এৰি দিয়া' ভঙ্গিম টো মূলতঃ ফাটবিহু, ৰাতি বিহু, আদিত অতীতৰে পৰা পৰিৱেশন কৰিছিল। পিছত এই ভঙ্গিমাটো সমগ্ৰ লক্ষীমপুৰ জিলাৰ নাচনীয়ে অনুসৰণ কৰিবলৈ লয়। একৈশ শতিকাৰ প্ৰথম ভাগৰ পৰা অসমৰ কিছুমান বিহুতলীত বা দূৰদৰ্শনৰ পৰ্দাত কিছু সংখ্যক নাচনীয়ে এই ভঙ্গিমাটো পৰিৱেশন কৰালৈ চাই ক'ব পাৰি যে সেয়া হয়তো অবিভক্ত লক্ষীমপুৰ জিলাৰ নাচোন ভঙ্গিমাৰেই প্ৰতিফলন।

অবিভক্ত লক্ষীমপুৰ জিলাত অনেক স্থায়ী বিহুতলী আছে যিবোৰ প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ। তেনে বিহুতলীৰ উদাহৰণ হ'ল ফাটবিহুতলী, ত্ৰিণয়ন বিহুতলী, বেবেজীয়াৰ ১ নং কৌপাতনী গাঁৱৰ চামগুৰীয়া লেদাং বিহুতলী, গোঁহাই গাঁৱৰ বিহুতলী আদি। স্থায়ী বিহুতলী নথকা ঠাইত অস্থায়ীভাৱে নিৰ্মাণ কৰা বিহুতলী সমূহো প্ৰাকৃতিকভাৱে সজাই তোলা হয়। ক'ৰবাত মঞ্চবিহুৰ আয়োজন কৰিলেও সেইবোৰতো অবিভক্ত জিলাখনৰ বিহুৰ ঐতিহ্য সুৰক্ষিত কৰাত গুৰুত্ব প্ৰদান কৰা হয়। অসমত মহানগৰীয়া মঞ্চবিহুৱে ৰঙালী বিহুৰ বিকৃতিকৰণ আৰু ধ্বংসযজ্ঞ আৰম্ভ কৰাৰ বিপৰীতে অবিভক্ত লক্ষীমপুৰ জিলাৰ মঞ্চবিহুৰ উদ্যোক্তাসকলে বিহুৰ ঐতিহ্য ৰক্ষা কৰাৰ ক্ষেত্ৰত শেনৰ দৃষ্টিৰে কাম কৰা দেখা যায়। অৱশ্যে অজ্ঞতা আৰু দৃষ্টিভঙ্গীৰ তাৰতম্যৰ বাবে অবিভক্ত

জিলাখনৰ দুই এক মঞ্চবিহুৱে নগৰীয়া বিহুক অনুসৰণ কৰাত বিহুৰ গৰিমা কিছু পৰিমাণে বিঘ্নিতও হৈছে। এই দিশত সচেতন মহলে দৃষ্টি নিক্ষেপ কৰা হৈছে।

অবিভক্ত লক্ষীমপুৰ জিলাখন আহোম, চুতীয়া, মিচিং, সোনোৱাল কছাৰী, ঠেঙাল কছাৰী, বড়ো, কোচ, কৈৱৰ্ত, কলিতা, ব্ৰাহ্মণ, কায়স্থ, চাহ জনগষ্ঠী আদি জনগোটৰ বসতিথলী। এই জনগোষ্ঠীসমূহে স্বকীয় নিয়ম আৰু পৰম্পৰাৰ মাজেৰে ৰঙালী বিহু পালন কৰিলেও বিহুৰ পৰিৱেশত উমৈহতীয়া বৈশিষ্ট লক্ষ্য কৰি আহিছে। বিশেষকৈ লক্ষীমপুৰ নগৰক কেন্দ্ৰ কৰি অনেক মুছলমান লোকে নিজকে অসমীয়া জাতিৰ শক্তিশালী অংশীদাৰ বুলি ভাবি ৰঙালী বিহু উদ্‌যাপনৰ মাজেৰে বিহুৰ ধৰ্মনিৰপেক্ষ ঐতিহ্যক সুৰক্ষিত কৰাত সক্ৰিয়ভাৱে অৰিহণা যোগাই আহিছে। মৌলবাদী চিন্তাৰ বিপীৰতে লক্ষীমপুৰ জিলাৰ মুছলমানসকলে বিহুৰ মাজেৰে, উদাৰ আৰু প্ৰগতিশীল চিন্তাৰ বিকাশ সাধন কৰাত পালন কৰা ভূমিকা নিঃসন্দেহে উল্লেখনীয়। সেয়ে ইছলামধৰ্মীয় সকলৰ পৰা আৰম্ভ কৰি আহোম, চুতীয়া, কোচ, কৈৱৰ্তলৈকে সকলো জনগোষ্ঠীৰ লোকে অবিভক্ত লক্ষীমপুৰ জিলাৰ বিহুৰ ঐতিহ্য সুৰক্ষিত আৰু বিকশিত কৰাৰ মাজেৰে অসমীয়া সংস্কৃতিৰ বৰঘৰৰ ভঁৰাল চহকী কৰাত যি ভূমিকা পালন কৰি আহিছে সেয়া সমগ্ৰ অসমবাসীৰেই আদৰ্শনীয় হোৱা উচিত। তদুপৰি বিহুৰ সৈতে অতীত ইতিহাস, প্ৰকৃতি, ঐতিহ্য আদিৰ সম্পৰ্ক যিদৰে অবিভক্ত লক্ষীমপুৰ জিলাত সুৰক্ষিত হৈ আহিছে সেয়া সামগ্ৰিকভাৱে বিহুৰ সুৰক্ষা চিন্তাৰ ক্ষেত্ৰত আৰ্হি হ'ব পাৰে। সেই আৰ্হি নিশ্চিতভাৱে জিলাখনৰ গাঁও-ভূঁইৰ বিহুৰ পৰম্পৰা, হুঁচৰি, মুকলি বিহু, টকাবিহু আদিৰ মাজেৰে সুৰক্ষিত হৈ আহিছে আৰু তেনে সুৰক্ষাৰ ক্ষেত্ৰত আনুষ্ঠানিকভাৱে ঢকুৱাখনাৰ ফাটবিহু, মাছখোৱাৰ ৰাতিবিহু, গোহাঁইগাঁৱৰ কুকুৰা বিহু আদিয়ে ঐতিহাসিক ভূমিকা পালন কৰি আছে। ❖❖❖

*(লেখকৰ ঠিকনা ঃ প্ৰবক্তা। পিনচ্ অৱ ৰেলচ্ ইন্‌ষ্টিটিউট অৱ ইঞ্জিনিয়াৰিং এণ্ড টেক্‌ন'ল'জী, যোৰহাট-১। ম'বাইল ঃ ৯৪৩৫১-০৯৭৬৪)*

# হুঁচৰি ঃ এটি পৰ্যালোচনা

✍ ডাঃ অমৰেন্দ্ৰ গগৈ
নকাড়ী, উত্তৰ লক্ষীমপুৰ
ফোনঃ ৯৪৩৫০-৮৬০৪৫

বিহু সংস্কৃতিত হুঁচৰিয়ে এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি থৈছে। এই স্থান আছুতীয়া আৰু পবিত্ৰ ৰঙালী বিহুত হুঁচৰি গোৱাটো এক অপৰিহাৰ্য প্ৰথা। বৰ্তমান সময়ত হুঁচৰিৰ মৌলিক ৰূপ লুপ্তপ্ৰায় হৈ আহিছে যদিও এসময়ত অসমৰ সকলো জাতি, উপ-জাতিৰ মাজত হুঁচৰিৰ প্ৰথা প্ৰচলিত আছিল। গৰু বিহুৰ দিনা সন্ধিয়াৰ পৰাই গাঁৱত হুঁচৰি আৰম্ভ হৈছিল। ডেকা-বুঢ়া-ল'ৰাই হাতে হাতে ঢোল, পেঁপা, গগনা,টকা, ঢোপচুঙা, টিক্‌টিক্, বীণ আদি বাদ্য লৈ হুঁচৰি আগন্ত কৰি গাঁৱৰ প্ৰত্যেক ঘৰ মানুহৰ চোতালতেই হুঁচৰি গাইছিল।

ন ঘৰ ঐ পুৰণি কামি
হুঁচৰি গাবলৈ আহিছো আমি।
... ... ... ... ... ...
হুঁচৰি এ চ'ত
আমি যে ওমলো য'ত
দেহি ঐ দুবৰি নগজে ত'ত।

এনেদৰে আনন্দ আৰু উলাহেৰে হুঁচৰি গাই ফুৰা দলটোৰ পদধূলা আৰু আৰ্শীবাদ ল'বলৈ গৃহস্থয়ো বৰ আশাৰে অপেক্ষা কৰিছিল। নতুন বছৰৰ প্ৰথম দিনকেইটাত আনন্দ-উল্লাসৰ মাজেৰে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই গৃহস্থক আশীৰ্বাদ আৰু জ্যেষ্ঠজনক সন্মান প্ৰদৰ্শন কৰি বিহুৱাসকলো যেন ধন্য হৈছিল।

হুঁচৰিৰ জন্ম আৰু প্ৰচলন কেতিয়াৰপৰা আৰম্ভ হ'ল সেই কথা সঠিককৈ জনা নাযায়। ১৭৬৯-৭০ খ্ৰীষ্টাব্দত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ কনিষ্ঠ পুত্ৰ লক্ষ্মী সিংহৰ ৰাজত্বকালত মোৱামৰীয়া বিদ্ৰোহ হৈছিল। বিদ্ৰোহী সকলে স্বৰ্গদেউ লক্ষ্মী সিংহক বন্দী কৰি তেওঁৰ ৰাণী মণিপুৰৰ জীয়ৰী কুৰংগনয়নীক বিদ্ৰোহী নেতা বাঘ মৰাণে নিজৰ ৰাণী কৰি লৈছিল। কিন্তু ৰাণী কুৰংগনয়নীৰ সহযোগত আহোম সৈন্যই ব'হাগ বিহুত হুঁচৰি গাই আৰ্শীবাদ দিয়াৰ চলেৰে বাঘ মৰাণক হত্যা কৰি স্বৰ্গদেউ লক্ষ্মী সিংহক মুক্ত কৰি আহোম ৰাজ্য উদ্ধাৰ কৰে। এই কথা অসম বুৰঞ্জীত উল্লেখ আছে। আহোম ৰাজত্বৰ দিনতে বিহুৱে ৰাজকীয় মৰ্যাদা লাভ কৰিছিল। স্বৰ্গদেউ ৰুদ্ৰ সিংহই বিহুক পথাৰৰ গছৰ তলৰ পৰা আনিৰংঘৰৰ চোতাল পোৱাইছিলহি।

হুঁচৰি শব্দৰ আঁতিগুৰি সম্পৰ্কেও কোনো এক স্থিৰ সিদ্ধান্তত এতিয়ালৈকে উপনীত হ'ব পৰা নাই। এই সম্পৰ্কে নানা মুনিৰ নানা মত। তাৰে কেইটিমান উল্লেখ কৰা হ'ল-

১) 'হৰি' উচ্চাৰিৰ পৰাই হুঁচৰি হৈছে বুলি কোনো কোনোৱে কয়। হৰি + উচ্চাৰি = হুচৰি বা হুঁচৰি। কিন্তু হৰিক উচ্চাৰণ কৰাতেই যদি হুঁচৰি হয়ে তেন্তে গোটেই প্ৰক্ৰিয়াটোৱেই আধ্যাত্মিকতাৰে ভৰি থাকিব লাগিছিল। কিন্তু হুঁচৰিত অকল আধ্যাত্মিক গীত-মাতেই নহয়, বৈষয়িক আৰু ধেমেলীয়া গীত-মাতো গোৱা হয়। দ্বিতীয়তে বৈষ্ণৱ ধৰ্মই প্ৰভাৱ বিস্তাৰ কৰাৰ পাছতহে হুঁচৰিত ভক্তিপূৰ্ণ গীত-মাত সোমাল। কিন্তু হুঁচৰি তাৰ আগৰে পৰাই প্ৰচলিত আছিল।

২) অন্য এক ধাৰ্মিক বিশ্বাস মতে শ্ৰীহৰিয়ে বামন অৱতাৰ লৈ বলিক পাতাললৈ পঠোৱাৰ পাছত অসুৰবিলাকে দেৱতাসকলৰ

ভয়ত ঘৰ-বাৰী এৰি হাবিয়ে-হুচুঙে পলাই ফুৰিছিল। তেতিয়া দেৱতাসকলে অসুৰবিলাকৰ ঘৰে ঘৰে গৈ গীত-মাত গাই সঁচাৰ ফুৰাইছিল আৰু নিৰ্ভয়তা প্ৰদান কৰিছিল। কালক্ৰমত সেই সঁচাৰ ফুৰোৱাৰ পৰাই হুঁচৰিৰ সৃষ্টি হ'ল। কথাষাৰ আধ্যাত্মিক দিশৰ লগতহে জড়িত কিন্তু অন্য দিশৰ লগত জড়িত নহয়। সেয়েহে ইয়াতো যুক্তিৰ অভাৱ।

৩) 'আমাৰ বিহু ভাঙোতা নাই' নামৰ গ্ৰন্থত প্ৰবীণ গগৈয়ে উল্লেখ কৰা মতে-

'... গৃহস্থৰ চোতালত বিহু কৰিবলৈ অহা ৰাইজে বিহু কৰাৰ আগতে চাৰিবিধ আৱৰ্জনা হুৰাই বা আঁতৰাই লোৱাৰ পৰা (হু = হুৰাই বা আঁতৰাই + চাৰি = চাৰিবিধ) অৰ্থাৎ হু + চাৰি = হুঁচৰি হৈছে বুলি অনুমান কৰা হয়। হুৰাই লোৱা চাৰিবিধ আৱৰ্জনা হ'ল-

ক) গৃহস্থৰ অলসতা বা জড়তা বা মনৰ কলুষতা হুৰাই বা আঁতৰাই লোৱা।

খ) বিহুৱাসকলৰ মনৰ জড়তা হুৰাই বা আঁতৰাই লৈ বিহু কৰিবলৈ মনলৈ সজীৱতা অনা।

গ) বয়োজ্যেষ্ঠসকলক হুৰাই বা আঁতৰাই লৈ বিহু কৰাৰ পৰিৱেশ সৃষ্টিকৰা (জ্যেষ্ঠসকলৰ আগত যে বিহু নপকে)।

ঘ) সকলো বাধা-বিঘিনি হুৰাই বা আঁতৰাই লৈ বিহুসকল বিহু কৰিবলৈ প্ৰস্তুত হোৱা...'

আনহাতে বিহু বিশেষজ্ঞ তীৰ্থ ফুকনে তেওঁ 'বিহুৰ ঐতিহ্য, তাৎপৰ্য্য আৰু সৌন্দৰ্য সন্ধান' নামৰ গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে- 'হুৰাই লৈ এই শব্দ দুটাৰ অৰ্থ কোনো কিতাপে-পত্ৰই এই লেখকৰ চকুত পৰা নাই। কিন্তু সৰুতে আমাৰ গাঁৱৰ বুঢ়া-মেথাসকলৰ মুখত শুনিছিলোঁ হুৰাই হ'ল বিহুৰ স্ৰষ্টা ক'লীমতীৰ সাতজনী ভনীয়েকৰ এজনী, এইগৰাকী আছিল নাচে-গানে সকলোতে পটু। সেইবাবেই পাছৰ কালত ক'লীমতীৰ লগতে তেওঁকো বন্দনা কৰা হয়...।'

৪) কলাগুৰু বিষ্ণু ৰাভাৰ মতে- হৌ-চাৰি অৰ্থাৎ হুঁচ নোহোৱাকৈ মাটিত বাগৰি বাগৰি নচাৰ বাবে হুঁচৰি শব্দ সৃষ্টি হৈছে। হুঁচ হীন অৰি অৰ্থাৎ হুঁচৰি বুলি ৰাভাদেৱে দিয়া যুক্তি অৱশ্যে সৰ্বজন গৃহীত হোৱ নাই। কাৰণ কোনো কোনো সময়ত মাটিত দীঘল দি হুঁচৰিত নাচিলেও হুঁচ নোহোৱাকৈ নচা নহয়, বৰঞ্চ মুকলি বিহুতকৈও গহীন-গম্ভীৰভাৱেহে হুঁচৰিত গীত-মাত-নৃত্য পৰিৱেশন কৰা হয়।

**নেউল নাচঃ**

হুঁচৰি গাওঁতে মাটিত দীঘল দি পৰি নচা নাচ এসময়ত লখিমপুৰত দেখিবলৈ পাইছিলো। লখিমপুৰ নগৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ দূৰৰ কপৌহুৱা গাঁৱৰ হুঁচৰি দলটোৱে হুঁচৰিত ঘোষা আৰু পদ গাই শেষ কৰাৰ পাছত ঢোলত বুঢ়া ছেও বজাই মাটিত দীঘল দি পৰি (তলমুৱাকৈ) বুকু অংশৰ ভাৰ হাত দুখনত আৰু পিছৰ অংশৰ ভাৰ ভৰিৰ আঙুলিত থৈ নাচিছিল। চাৰি-পাঁচজনমান ডেকাই এনে নাচত অংশ লৈছিল। মূৰকেইটা ওচৰা-ওচৰিকৈ ৰাখি ভৰিৰে সৈতে শৰীৰৰ পিছৰ অংশ ঘড়ীৰ কাঁটাৰ দৰে চক্ৰাকাৰে ঘূৰি ঘূৰি নাচিছিল। নেউল খোজকাঢ়ি যাওঁতে গাটো যেনেধৰণে হেন্দোলিত হয় তেনেধৰণে নাচনিৰ গাটো হেন্দোলিত হোৱাৰ বাবেই বোধকৰোঁ কোনো কোনোৱে তেনে নাচক নেউল নাচবুলিছিল।

৫) চ'ত মাহৰ সংক্ৰান্তিৰ দিনা টাই আহোমসকলে তেওঁলোকৰ উপাস্য দেৱতা চুমছেং (চোমদেউ)ক পুজা-অৰ্চনা কৰি গীত গাই বৃত্তাকাৰে ঘূৰি ঘূৰি নৃত্য কৰি 'ৰুংছেৰি' বুলি কে উৎসৱ পালন কৰিছিল। এই ৰুংছেৰি শব্দৰ পৰাই হুঁচৰি হৈছে বুলি কোনো কোনোৱে মতপোষণ কৰে।

৬) টাই আহোম 'হু-ছা-ৰি'ৰ পৰাই হুঁচৰি হৈছে বুলিও বহুতে মতপোষণ কৰে। কথাষাৰ থাউকতে নুই কৰিব পৰা নাযায়। হু মানে চিঢৰি চিঢৰি, ছা মানে আৰ্শীবাদ, কুশল আৰু ৰি হ'ল উত্তেজিত বা উৰুলীকৃত। অৰ্থাৎ হুঁচৰি মানে হ'ল- আনন্দত উত্তেজিত হৈ চিঞৰি চিঞৰি কুশল কামনা কৰা। বৰবিহুৱা লীলা গগৈয়ে 'বিহুগীত আৰু বনঘোষা' গ্ৰন্থত এনেদৰে উল্লেখ কৰিছে- 'ব্ৰহ্মদেশত আজিকালিও ব'হাগ বিহুৰ সময়ত হুঁচৰি গাওঁতে ৰাজআলিয়েদি গৈ থাকে। ঘৰৰ গৃহস্থই সপৰিয়ালে ওলাই গৈ মাননি শৰাই দি আৰ্শীবাদ লয়। আমাৰ দেশতো একালত তেনেকৈয়ে হুঁচৰি গাইছিল যেন অনুমান হয়... ।' (পৃঃ ১২)

৭) দীনেশ গগৈয়ে অন্য এটি কথালৈও দৃষ্টিগোচৰ কৰিছে- 'ডিমাচাৰ হাচাৰি বা হিচিৰিৰ পৰাও হুঁচৰি শব্দটো আহাৰ থল আছে। হাচাৰিৰ 'হা' মানে পৃথিৱী, 'চাৰি' মানে ৰূপ চৰা। অৰ্থাৎ ব'হাগ মাহৰ পৰাই পৃথিৱীৰ ৰূপ চৰে... ।'

গৰু বিহু দিনা সন্ধিয়াৰে পৰাই আৰম্ভ হোৱা হুঁচৰি অঞ্চল বিশেষে সামান্য বেলেগ ৰূপত গোৱা হয় যদিও মূল উদ্দেশ্য একেই থাকে। কোনো কোনো ঠাইত হুঁচৰিযোৱাক গৃহস্থই পদূলিৰ পৰাই চোতাললৈ আগবঢ়াই আনে আৰু কোনো কোনো ঠাইত হুঁচৰি দলটো নিজে গৈ গৃহস্থৰ চোতালত উপস্থিত হৈ গৃহস্থৰ কুশলৰ অৰ্থে বুলি ঢোলত ৰগৰ দি হুঁচৰি আৰম্ভ কৰে। দলৰ দলপতি বা অন্য এজনে প্ৰথমে ঘোষা লগাই দিয়ে আৰু বাকীসকলে দোহাৰে তাৰ পাছত নামতীজনে একক কণ্ঠেৰে পদ গাই যায় আৰু বাকীসকলে সমস্বৰে ঘোষা দোহাৰে। নামতীক মাজত লৈ হুঁচৰিৰ পৰম্পৰাগত পদচালনা আৰু ভংগিমাৰে নাচি নাচি বৃত্তাকাৰে ঘূৰি হুঁচৰি গায়। লাহে লাহে ঢোলৰ ৰগৰেৰে নামষাৰৰ গতি মধ্য লয়ৰ পৰা দ্ৰুত লয়লৈ লৈ গৈ পদৰ শেষত অ' ৰাম জয় হৰি বুলি নাম সামৰে তাৰ পাছতেই লহৰী খেলাসকলে বুঢ়া ছেও বা হুৰালি ছেও বজাই লহৰী গীত গাই লহৰী খেলে অৰ্থাৎ নাচে। কোনো কোনোৱে কাঁহী ঘূৰোৱা নাচে নাচে। সেইখিনি শেষ হোৱাৰ পাছত গৃহস্থই শৰাইত তামোল-পাণৰ লগতে যথাসাধ্য অৰিহণা দি সেৱা

ধৰে আৰু বিহুৱাই নতুন বছৰৰ বাবে শুভেচ্ছা জ্ঞাপন কৰি হিয়া উবুৰিয়াই আশীৰ্বাদ দিয়ে। লগতে নতুন বছৰৰ কিবা দোষাদোষ থাকিলে ৰাইজৰ বজ্ৰ বাক্যত সেইখিনি খণ্ডন হ'বলৈ ভগৱন্তৰ ওচৰত মিনতি কৰে। এনে বিহুত প্ৰেম-পীৰিতিয়ে ঠাই নাপায়। বিহু, প্ৰকৃতি, জীৱন-জন্তু, চৰাই-চিৰিকটি, সমাজ আৰু সমজুৱা আদিক লৈ ৰচিত গীত-মাতেহে হুঁচৰিৰ বিহুত স্থান পায়। সোণজনী, চেনাইটি, চেনেহী, লাহৰী আদি শব্দই এনে বিহুত স্থান নাপায়। হুঁচৰিৰ বিহু আৰম্ভ কৰা যোজনা দুফাঁকিমান উল্লেখ কৰা হ'ল-

*প্ৰথমে প্ৰণামো আই সৰস্বতী*
*দ্বিতীয়ত প্ৰণামো হৰি,*
*তৃতীয়ত প্ৰণামো সমাজৰ ৰাইজক*
*ধৰি যাওঁ নামৰে গুৰি।*

০০০

*অতিকৈ চেনেহৰ মুগাৰে মহুৰা*
*তাতোকৈ চেনেহৰ মাকো,*
*তাতোকৈ চেনেহৰ ব'হাগৰ বিহুটি*
*নেপাতি কেনেকৈ থাকোঁ।*

০০০

*স্বৰ্গদেউ ওলালে বাটচ'ৰাৰ মুখলৈ*
*দুলীয়াই পাতিলে দোলা,*
*কাণত জিলিকিলে নৰা জাংফায়ে*
*গাতে গোমচেঙৰে চোলা। ইত্যাদি।*

বিহুৱাই জ্যেষ্ঠজনৰ লগতে নাৰীকো উপযুক্ত সন্মান যাচিবলৈ পাহৰা নাছিল-

*আৰু যে প্ৰণামো জীয়ৰী বোৱাৰী*
*প্ৰণামো গাঁৱৰে বুঢ়া,*
*নামৰে অপৰাধ খেমিবা ঈশ্বৰ ঐ*
*গাই যাওঁ পুৰণি ধুৰা।*

এনেদৰে যোজনাৰে জ্যেষ্ঠ আৰু সন্মানীয়জনক সন্মান প্ৰদৰ্শন কৰি আজ্ঞা লৈ ঢোলত দীঘলীয়া কছাৰী ছেও বজাই ডেকা নাচনিয়ে নাচ আৰম্ভ কৰে। নামতীয়ে খঁৰানাম, জাতনাম গায়। বিহুখন পকি উঠে। হুঁচৰিৰ বিহুৰ পুৰুষৰ নাচ মুকলি বিহুৰ গাভৰুৰ নাচতকৈ বেলেগ।

সমাজপ্ৰিয় অসমীয়াই সমাজৰ নীতি-নিৰ্দেশনাক অৱহেলা কৰি হুঁচৰি নাগায়। হুঁচৰি ক'ত গাব লাগে, ক'ত গাব নালাগে বা ক'ত আৰম্ভ আৰু ক'ত শেষ কৰিব লাগে এনেবোৰ কথা সমাজৰ মুখিয়ালকেইজনে স্থিৰ কৰি দিয়ে আৰু ডেকাহঁতে তেনে নিৰ্দেশ মানি চলে। কোনো কোনো ক্ষেত্ৰত কোনো কোনো লোকৰ ঘৰত হুঁচৰি গোৱা নহয়। যেনে-

(১) সমাজে এঘৰীয়া কৰি থোৱাজনৰ ঘৰত।

(২) মৃতকৰ ঘৰত। মৃতকৰ প্ৰতি সন্মান জনাই আৰু শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰি এবছৰলৈ তেনে ঘৰত হুঁচৰি গোৱা নহয়, কিন্তু ঘৰৰ পদুলিমুখৰ পৰাই বিহুৱা ৰাইজে গৃহস্থৰ ইচ্ছামতে আশীৰ্বাদ প্ৰদান কৰি থৈ যায়।

(৩) জন্মৰ অশৌচ থকা ঘৰত।

(৪) ঘৰত বসন্ত (আই) ৰোগী থাকিলে।

(৫) অন্য টান অসুখত ভোগা ৰোগী থাকিলে।

(৬) কিবা কাৰণত হুঁচৰি নাগাবলৈ গৃহস্থই অনুৰোধ কৰিলে।

এনেবোৰ নিয়ম এসময়ত হুঁচৰিত কঠোৰভাৱেই প্ৰচলিত আছিল।

**হুঁচৰিৰ ঘোষা আৰু পদ ঃ**

হুঁচৰিৰ ঘোষা আৰু পদক বিষয়বস্তু অনুসৰি প্ৰধানকৈ তিনিটা ভাগত বিভক্ত কৰিব পৰা যায়-

(১) আধ্যাত্মিক

(২) বৈষয়িক

(৩) ব্যংগ বা ধেমেলীয়া।

**আধ্যাত্মিক ঘোষা আৰু পদঃ**

বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰৰ ফলস্বৰূপে হুঁচৰিত আধ্যাত্মিক ঘোষা আৰু পদৰ প্ৰচলন হ'ল। এনে ঘোষা আৰু পদত ভক্তিৰসৰ প্ৰাৰ্দুভাৱ অধিক। ভগৱান শ্ৰীকৃষ্ণ, শ্ৰীৰামচন্দ্ৰ, পঞ্চপাণ্ডৱ, হনুমন্ত আৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱক লৈ ৰচিত ঘোষাৰ প্ৰচলন হুঁচৰিত বেছি।

(ক) কৃষ্ণাইৰ মূৰৰে বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দাই ৰাম।

(খ) ৰামচন্দ্ৰ সৰু বুলি জগতে হাঁহিলে
বাওঁহাতে ধনু ধৰি মাজতে ভাঙিলে।

(গ) ভীম কান্দে অৰ্জুন কান্দে কান্দে যুধিষ্ঠিৰ
চক্ৰবেহুত পৰি কান্দে অভিমন্যু বীৰ।

(ঘ) কলমৌ খাওঁতে বুঢ়া হনুমন্তই
নগৰী কৰিলে ছন ঐ গোবিন্দাই ৰাম।

(ঙ) জয় জয় শংকৰদেৱ, জয় জয় মাধৱদেৱ
জয় জয় দুজনা গুৰুহে ৰাম ৰাম।

টাই আহোমসকলৰ মতে 'ধন কলীয়া' হ'ল বিহুৰ দেৱতা। ক'লামতী, হেৰেপী ৰঙালী, ৰহদৈ, কেতেকী, বিচনদৈ, পয়মালী, হুৰাই আদি হ'ল বিহুৰ দেৱী। তেনে দেৱ-দেৱীক লৈও হুঁচৰিত ঘোষা-পদ ৰচিত হ'ল-

*মোৰ ধন ক'লীয়া*
*আলাসৰ দেৱতা*
*নিলগত আছিলা বৈ*
*ক'লীমতীক লগ পাই*
*ৰঙালীক লগত লৈ*
*কলিয়াবৰতে ৰহিলা ঐ।*

আধ্যাত্মিক ঘোষাৰ লগত আধ্যাত্মিক পদহে গোৱাৰ নিয়ম, তেনেদৰে বৈষয়িক ঘোষাৰ লগত বৈষয়িক পদ আৰু ধেমেলীয়া ঘোষাৰ লগত ধেমেলীয়া পদ গোৱাৰ নিয়ম। উদাহৰণস্বৰূপে-

ঘোষা ঃ *গোবিন্দ বৃন্দাবনে যায়ঐ যায়*
*ৰুণ-জুন-জুন,ৰুণ-জুন-জুন নুপুৰ বজায়।*

এই ঘোষাফাঁকিৰ লগত ৰজিতা খাই পৰা পদ এফাঁকি হ'ল-

পদঃ *মোহন মুৰুলী বংশী বজায়।*
*লৰিল কানাই তাঁতীৰ ঠাই।।*
*দুৱৈতে দেখিয়ে তাঁতীয়ে হাসে।*
*বিনন্দ গোসাঁই বা কি লাগি আহে।।*
*বহিবৰ আসন আগে বঢ়াই।*
*কৰ্পূৰ তাম্বোল দিলা যতাই।।... ইত্যাদি।*

উপৰোক্ত ঘোষাফাঁকিত শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তন কৰা হৈছে। তেনেদৰেই পদফাঁকিতো শ্ৰীকৃষ্ণৰ কথাকে বৰ্ণনা কৰা হৈছে। আচলতে ঘোষা আৰু পদৰ বিষয়বস্তুৰ মিল থকা উচিত। ঠিক তেনেদৰেই ৰামায়ণ ঘোষাৰ লগত ৰামায়ণৰ পৰাই মহাভাৰতৰ ঘোষাৰ লগত মহাভাৰতৰ পৰাই পদ দিয়াটোহে নিময়। উদাহৰণস্বৰূপে-

(১) ঘোষা ঃ *কলমৌ খাওঁতে বুঢ়া হনুমন্তে*
*নগৰী কৰিলে ছন ঐ গোবিন্দাই ৰাম।*
পদ ঃ *বশিষ্ট্য বদতি শুনা ৰঘুপতি*
*মিলিল পৰম চিন্তা ঐ গোবিন্দাই ৰাম।*
*কেনে যজ্ঞ ভূমি প্ৰৱেশিলা তুমি*
*লগত নাহিকে সীতা ঐ গোবিন্দাই ৰাম।*

—

(২) ঘোষা ঃ *শংকৰদৰ আমাৰ নিজা গুৰু*
*কুসুম্বৰ নন্দন দেৱ হে।*
পদ ঃ *পৰম কৃপালু শ্ৰীমন্ত শংকৰে*
*লোকক কৰিয়া দয়া হে।*
*হৰিৰ নিৰ্মল ভকতি প্ৰকাশ*
*কৰিলা শাস্ত্ৰক চায়া হে।।...*

এই কথা উল্লেখনীয় যে এফাঁকি আধ্যাত্মিক ঘোষাৰ লগত এফাঁকি বৈষয়িক বা ধেমেলীয়া পদ গালে নামফাঁকিৰ নান্দনিক সৌন্দৰ্য ম্লান পৰাই নহয়, পৰম্পৰাও বিঘ্নিত হয়। উদাহৰণস্বৰূপে যদি-

*'কৃষ্ণাই গ'ল ফুলে পাৰিবলৈ*
*হাতত হাঁকুটী লৈয়ে হে।'*— এই ঘোষাফাঁখিৰ লগত—

*'বিহুৱতী চৰায়ে কৰে বিহু বিহু*
*আমাৰ বিহু কাপোৰ নায়ে হে।'*— এনেধৰণৰ পদ গোৱা হয় তেন্তে তেনে নামক শুদ্ধ বুলিব নোৱাৰি। ঘোষাৰ লগত ৰজিতা খোৱা, একে বিষয়বস্তু বা একে পৰিৱেশ আৰু মাধ্যমৰ পদহে গাবলৈ নিৰ্বাচন কৰি ল'ব লাগে, আগৰ বিহুৱাসকলেও তাকেই কৰিছিল।

**বৈষয়িক ঘোষা আৰু পদঃ**

এই শ্ৰেণীৰ ঘোষা আৰু পদ, জীৱনৰ বিভিন্ন প্ৰসংগ, বিশেষকৈ সমাজ জীৱন, উৎসৱ-পাৰ্বন, প্ৰকৃতি আদিক লৈ ৰচিত। এনে ঘোষা আৰু পদ আধ্যাত্মিক বন্ধন বা প্ৰভাৱৰ পৰা মুক্ত। হুঁচৰিত গোৱা পুৰণি বৈষয়িক ঘোষা দুটিমান হ'ল-

(১) *ন ঘৰ ঐ পুৰণি কামী*
*হুঁচৰি গাবলৈ আহিছোঁ আমি।*
(২) *ৰঙালী ঐ টঙালী ঐ*
*ব'হাগৰ বিহুৰে ধেমালি ঐ। ইত্যাদি।*

এনেবিলাক ঘোষাৰ লগত গাবলৈ কিছুমান পদো বিহুৱাসকলে ৰচনা কৰি থৈ গৈছে। তেনেধৰণৰ বহুকেইটা পদ ঘোষাৰ লগত গাব পৰাৰ উপৰি কেতিয়াবা সেই পদৰ নিৰ্বাচিত অংশ ঘোষা নোহোৱাকৈও স্বাধীনভাৱে বিহুৱাসকলে গাইছিল, 'হুৰাই ল দলৌ চৰাই/আমি যে আহিছোঁ হুঁচৰি গায়। ইবাৰীৰ বাঁহ ঐ সিবাৰীৰ বাঁহ/দুই বাঁহ লগ লাগি যায় চ'ত মাহ।' ইত্যাদিয়েই হ'ল এনেধৰণৰ জাত।

সমাজ আৰু দৈনন্দিন কাম-কাজক লৈও বিহুৱাসকলে ঘোষা আৰু পদ ৰচনা কৰিছিল।

*'আয়ে বৈয়ে দিয়া*
*ফুলামকৈ গামোচা*
*মূৰত মাৰি বিহুলৈ*
*যাওঁ হে ৰাম ৰাম।'*

আহোম ৰাজত্বৰ দিনত হুঁচৰি যেতিয়া স্বৰ্গদেৱকে প্ৰমুখ্য কৰি ডা-ডাঙৰীয়াসকলৰ চোতালত সোমাল তেতিয়া দেউতা ঈশ্বৰসকলক লৈও বিহুৱাই হুঁচৰিৰ গীত-মাত ৰচনা কৰিলে-

*দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী*
*কেতেকী মলেমলায় ঐ গোবিন্দাই ৰাম।*

০০০

*হুৰাই ল কলীয়া চোলা*
*নাচোন ভালে দেখি*
*দেউতা ঈশ্বৰে*
*ৰখালে কেঁকোৰা দোলা।*

- এনেধৰণৰ হুঁচৰিত গোৱা ঘোষা সেই সময়তেই ৰচিত হ'ল।

ওপৰত উল্লিখিত ঘোষাবিলাকৰ লগত পদ হিচাপে গাবলৈ বিহুৱাসকলে ৰচি থৈ যোৱা বহুতো পদৰ ভিতৰত-

*'তেঁতেলীৰ তলতে কৰোঁ তাঁতে বাতি*
*পাহৰি আহিলোঁ কুচী ঐ গোবিন্দাই ৰাম।'*

শীৰ্ষক এই পদফাঁকি বিহুৱাসকলৰ মাজত অতি জনপ্ৰিয়

আছিল। মণিকোঁৱৰ, ফুলকোঁৱৰ, জনাগাভৰু, মণিৰাম দেৱানৰ গীত আদি মালিতাসমূহৰ পৰাও বিহুৱাসকলে পদ নিৰ্বাচন কৰি লৈছিল।

হুঁচৰি গাওঁতে গৃহস্থৰ সামাজিক মৰ্যাদা, পৰিৱেশ, পৰিস্থিতি আৰু সময় আদিক বিবেচনা কৰি কেনেধৰণৰ ঘোষা-পদ গাব লাগে তাক বিহুৱাসকলে নিশ্চিত কৰি লয়। এনেবোৰ ক্ষেত্ৰত বিহুৱাসকল সচেতন হয়।

**ধেমেলীয়া ঘোষা আৰু পদঃ**

হুঁচৰিত গাবলৈ বিহুৱাসকলে কিছুমান ধেমেলীয়া গীত-মাত ৰচনা কৰি লৈছিল। তেনেধৰণৰ ঘোষা আৰু পদ অৱশ্যে যাৰে-তাৰে ঘৰত গোৱা নহৈছিল। সাধাৰণতে বৰলাৰ ঘৰত, নতুবা জ্যেষ্ঠজন, গাভৰু ছোৱালী আৰু মহিলা নথকা ঘৰ নিৰ্বাচন কৰি লৈ ধেমেলীয়া ঘোষা-পদ গাই আনন্দ কৰি হুঁচৰি গাই ফুৰাৰ ভাগৰ মাৰি বা টোপনি ভাঙি সতেজ হ'বলৈ চেষ্টা কৰিছিল। তেনে কেইফাঁকিমান ঘোষা উল্লেখ কৰা হ'ল-

(১) *চ'তমহীয়া কেৰেলা*
*দুৱাৰ বন্ধা বৰলা*
*ছোৱালী বিচাৰি নেপায় ঐ গোবিন্দাই ৰাম।*

(২) *গোন্ধতেলৰ টেকেলি*
*নমাই আন গেন্ধেলী*
*ফপৰা টিকাতে ঘঁহো ঐ গোবিন্দাই ৰাম।*

(৩) *ন ঘৰ ঐ পুৰণি কামী*
*সাজপানী বিচাৰি আহিছোঁ আমি। ইত্যাদি*

এনে ঘোষাৰ লগত গাবলৈ একে গুণ বিশিষ্ট বহুতো পদ আছে, মাত্ৰ নিৰ্বাচন কৰি গালেই হয়।

ঘোষা বা পদৰ আওতাত নপৰাকৈ স্বাধীনভাৱে গাব পৰা কিছুমান গীত বিহুৱাৰ মাজত প্ৰচলিত আছিল। এনেধৰণৰ গীত কেৱল হুঁচৰিতহে গোৱা হৈছিল। প্ৰয়োজন হ'লে এনে গীতৰ কোনো অংশ ঘোষা কৰি লৈ বাকী অংশ পদৰূপে গাব পৰা হয়-

*হুঁচৰি বাই ঐ দলৌ চৰাই*
*ৰূপ চাৰি টকা তামোল পাণৰ শৰাই।*
*হুঁচৰি বাই ঐ চেপা নিলে চোৰে*
*কেনেকৈয়ে পাতিছিল বাপেৰে পুতেৰে।...* আদি

**লহৰী খেলৰ গীতঃ**

হুঁচৰিৰ ঘোষা আৰু পদৰ সামৰণিৰ পাছত কোনো কোনো অঞ্চলৰ বিহুৱাসকলে 'লহৰী খেল' খেলে। ঢোলৰ চাপৰত চাৰি-পাঁচজন বা ততোধিক বিহুৱাই ইজনে সিজনৰ কঁকালত বা হাতত ধৰাধৰিকৈ লহৰীয়া নাচ নাচে। লহৰী খেলৰ বাবে কিছুমান বিশেষধৰণেৰে ৰচিত আৰু সুৰাৰোপিত গীত আছে। যেনে-

(১) *হাতত কাঢ়েফাই*
*ল হেৰ'দদাই*
*মাৰ অ', মাৰ অ' বালি চৰাই*

(২) *হাতৰে চাপৰি, আহক টানে কৰি*
*ভৰিৰ গিৰিপনি মাৰ হেৰ' লহৰীয়া।*

(৩) *ক'তে গৈ আছিলা, বিহু ধেমেলীয়া*
*কান্ধতে হাঁচটি লৈ ঐ লহৰীয়া।*

এনেধৰণৰ গীতবিলাকক ঘোষা হিচাপে লৈ লগত তেনেধৰণৰ পদ সংযোগ কৰিও লহৰীয়া গীত গোৱা হয়। আনহাতে ঘোষা বা পদত বিভক্ত নকৰাকৈও স্বাধীনভাৱে লহৰীয়া গীত গোৱা হয়। যেনে-

*ধনবৰ ঐ মনবৰ ঐ*
*লৈ আন কুকুৰা যুঁজাওঁ না ঐ...।*

০০০

*নাচ ঐ সমনীয়া*
*নাচ ঐ লগৰীয়া*
*ফটিকৰে মৃদং, বজাইদে ধুতুং*
*নাচ ঐ নাচ ঐ লগৰীয়া।....*

লহৰী খেলৰ সময়ত ঢোলত বুঢ়া ছেও, হুৱালী ছেও, দোলাকাষৰীয়া ছেও আদি বজোৱা হয়। অসমৰ সকলো অঞ্চলৰ হুঁচৰিত লহৰী খেল খেলা নহৈছিল।উজনি অসমৰ বকতা, পাটসাঁকো, লাকুৱা, খোৱাং, তিতাবৰ, বৰহোলা, চাপকটা, গোলাঘাটৰ চেলেঙা গাওঁ, বৰপথাৰআদি কিছুমান বিশেষ বিশেষ ঠাইতহে লহৰী খেলা হৈছিল। লখিমপুৰ জিলাৰ কদম, বগীনদী আদি অঞ্চলৰ সোণোৱাল কছাৰীসকলে এসময়ত লহৰীয়া গাই লহৰী খেলিছিল। লহৰী বিহুৰ গীত-মাত দেউৰীসকলৰ গীত-মাতৰ লগত কিছু সাদৃশ্য থকা যেন লাগে।

লহৰী খেলাৰ পাছত কোনো কোনো হুঁচৰি দলে কাঁহী ঘুৰোৱা নাচ প্ৰদৰ্শন কৰিছিল। এই নাচো পুৰুষৰহে নাচ। মহিলা নাচনীয়ে কাঁহী নাচ নেনাচে। কাঁহী ঘুৰোৱা নাচৰ নাম এটি এনেধৰণৰ-

*চেনিমাই চেনিমাই চেনিমাই ঐ*
*পাঞ্চে ৰণলৈ কেনি যায় ঐ।...*

হুঁচৰি বিহুৰ যোজনা ঃ

হুঁচৰিৰ ঘোষা-পদ, লহৰীয়া আদি শেষ কৰি গৃহস্থক আৰ্শীবাদ প্ৰদান কৰাৰ পাছত গৃহস্থৰ অনুমতি সাপেক্ষ বিহুৱাই এটি বা দুটি যোজনাৰে বিহু আৰম্ভ কৰে। হুঁচৰিৰ বিহুত গোৱা এনে যোজনাসমূহক ঘাইকৈ সাতটা ভাগত ব্যাখ্যা কৰিব পৰা যায়। ভাগকেইটা হৈছে-

(১) প্ৰণামমূলকঃ

প্ৰথমে প্ৰণামো আই সৰেস্বতী
দ্বিতীয়েপ্ৰণামো হৰি,
তৃতীয়ে প্ৰণামো সমাজৰ ৰাইজক
ধৰি যাওঁ নামৰে গুৰি।

(২) প্ৰশস্তিমূলকঃ

*স্বৰ্গদেউ ওলালে বাট চ'ৰাৰ মুখলৈ*
*দোলীয়াই পাতিলে দোলা,*
*কাণত জিলিকিলে নৰা জাংফায়ে*
*গাতে গোমচেঙৰে চোলা।*

(৩) আৱেদনসমূচকঃ

*গুৰুকো কৰিব দান মোৰ দেউতা*
*ভকতক কৰিব দান,*
*নমৰা কালতে অ' ৰাম বুলিব*
*তেহে পাব বৈকুণ্ঠত স্থান।*

(৪) কৃষ্টিমূলক ঃ

*অতিকৈ চেনেহৰ মুগাৰে মহুৰা*
*তাতোকৈ চেনেহৰ মাকো,*
*তাতোকৈ চেনেহৰ ব'হাগৰ বিহুটি*
*নেপাতি কেনেকৈ থাকোঁ।*

(৫) বাদ্যমূলকঃ

*ঢোলৰে বৰতি টিলা ঐ ঢুলীয়া*
*ঢোলৰ বৰতি টিলা,*
*কালিৰে এ পৰা ভাতে নাইকিয়া*
*কঁকালৰ কাছুটি ঢিলা।*

(৬) ধেমেলীয়াঃ

*মাখিৰ মূৰে কাটি ঢোলেটি সাজিলোঁ*
*(ব্যংগসূচক) পৰুৱাৰ ছালেৰে চালোঁ,*
*জেলুকৰ চালেৰে বৰতি কৰিলোঁ*
*ফৰিঙৰ ঠেঙেৰে বালোঁ।*

(৭) আশীৰ্বাদসূচকঃ

*লাইৰ মাজে মাজে লফা ডালি ডালি*
*তাৰ মাজত খুতৰা শাক,*
*মূৰৰ চুলি চিঙি আশীৰ্বাদ কৰিছোঁ।*
*গৃহস্থ কুশলে থাক।*

হুঁচৰিত বজোৱা ঢোলৰ ছেওবিলাকৰ ভিতৰত তলত উল্লেখ কৰা ছেওকেইটা প্ৰধান-

(১) কঠাৰী ছেও/হুৰালি ছেওঁ
(২) মিৰি (মিছিং) ছেওঁ
(৩) দুমুনী ছেওঁ
(৪) ধেমেলীয়া ছেওঁ
(৫) খঁৰা ছেওঁ
(৬) নাচনি উলিওৱা ছেওঁ
(৭) কাঁহী ঘূৰোৱা ছেওঁ আদি।

গৰু বিহুৰ দিনা গধূলিৰ পৰাই আৰম্ভ হোৱা হুঁচৰিত বিহুৱা ডেকাসকল সাত দিনমানলৈকে ঘৰলৈ আহিবলৈ পাহৰিছিল।ধনী-দুখীয়া নিৰ্বিশেষে গাঁৱৰ প্ৰত্যেক ঘৰ মানুহতে হুঁচৰি গাই বিহু উৰুৱাইহে কোনো কোনো ডেকা ঘৰ সোমাইছিলহি। বিহু নামতে আছে-

*গৰু বিহুৰ দিনা গৰুৰ গা ধুৱালোঁ*
*ক'লী বগী কাজলী বুলি,*
*আজি গধূলিকৈ ওলাই যাম বিহুলৈ*
*নাহোঁ সাত দিনলৈ ঘূৰি।*

সংস্কৃতি যদি বোঁৱতী নৈ হয়, তেন্তে এইনৈয়ে সময়ৰ লগে লগে অলপ হ'লেও গতি সলনি কৰিবই। ৰূপান্তৰ হ'বই। ৰূপকোঁৱৰেও কৈছে- "ৰূপান্তৰেহে জগত ধুনীয়া কৰে।" নৈয়ে এৰি যোৱা সুঁতি চেৰা সুঁতি হয়। কিন্তু নৈখন উভতি নবয়। ৰূপান্তৰ হওক কিন্তু তেনে ৰূপান্তই মূল ভেঁটিৰ স্থিতি যাতে সলনি নকৰে তাৰ প্ৰতিহে সতৰ্ক হোৱা উচিত। ❖❖❖



# ঘিলামৰা নামটো আৰু নাহৰ ফুকন বিজড়িত বিহুৰ মালিতা

✍ ড° নিত্যানন্দ গগৈ
অৱসৰপ্ৰাপ্ত অধ্যক্ষ,
বিশ্বনাথ মহাবিদ্যালয়

সোৱণশিৰিৰ পূৰ্বাঞ্চলত ঘিলামৰা এখন প্ৰসিদ্ধ ঠাই। ঘিলামৰা নামটোৰ উৎপত্তিৰ বিষয়ে সমসাময়িক লিখিত তথ্য আমাৰ হাতত অদ্যাপি পৰাহি নাই যদিও স্থানীয় জনশ্ৰুতি কিন্তু নথকা নহয়। এক জনশ্ৰুতি মতে স্বৰ্গদেউ চুখামফা বা খোৰা ৰজাৰ দিনত (১৫৫২ - ১৬০৩ চন) ঘিলামৰাকে ধৰি উত্তৰ পাৰৰ শাসনকৰ্তা হিচাপে থকা নাহৰ কোঁৱৰ ওৰফে নাহৰ ফুকনে এই অঞ্চলৰ ঘিলা নামৰ এজন বিদ্ৰোহী-ভূঞাক মৰা বাবেই ঠাইখনৰ নাম ঘিলামৰা হয়। নাহৰ ফুকনে যিখন ৰণৰ যোগেদি ঘিলা ভূঞাক মাৰিছিল, তাৰ স্মৃতিহিচাপে চেতিয়া গাওঁ- ফুকন গাঁৱৰ মাজত আছে ঘিলামৰা দলনি বা পথাৰ আৰু সেই পথাৰৰ মাজত আছে নাহৰ পুখুৰী, ৰণচালি, তেজধোৱা আৰু খৰি দিয়া নামৰ চাৰিটা পুখুৰী।

উল্লেখ্য যে, 'তুংখুঙীয়া বুৰঞ্জী' আৰু 'বেলিমাৰ বুৰঞ্জী'ত যথাক্ৰমে বিদ্ৰোহী মৰাণ সকলৰ সংস্থাপন আৰু মানৰ আক্ৰমণ সংক্ৰান্তত যিখন ঘিলামৰাৰ নাম উল্লেখ পোৱা যায়, সেই ঘিলামৰা কিন্তু এই ঘিলামৰা নাছিল।[১] তৎকালত সেই ঘিলামৰা নামৰ ঠাইখন আছিল বুঢ়ীদিহিঙৰ আগাৰিত মান অহা বাটত, তিপাম জয়পুৰ অঞ্চলত। বৰ্ত্তমান চিনমোকাম নথকা কিন্তু মানৰ আক্ৰমণৰ সময়লৈকে তিপামৰ সেই ঘিলামৰাৰ মানুহবোৰ যে তৎপূৰ্বে ১৩৩৫ শকত (১৬১১ চন) হাবুং অঞ্চলৰ ঘিলামৰাৰ পৰাই যে গৈ একে নামেৰে ঘিলামৰা পাতিছিল সেই বিষয়ে জানিব পাৰি দুখনমান পুৰণি বুৰঞ্জীৰ পৰা। সুকুমাৰ মহন্তৰ ঘৰত প্ৰাপ্ত 'অসম বুৰঞ্জী'ত স্বৰ্গদেৱ প্ৰতাপ সিংহৰ দিনত হোৱা বিবিধ ঘটনা প্ৰসঙ্গত লিখিছে- '১৫৩৮ শকত অশ্বিন মাহত হাবুঙৰ পৰা লোকজন নি তিপামত পাতিলে।' 'পুৰণি অসম বুৰঞ্জী'ত অৱশ্যে চনটোত কিছু পাৰ্থক্য থাকিলেও একেটা ঘটনাকে এইবুলি লিখিছে- '১৫৩৮ শকত মোমাই তামুলী বৰবৰুৱা উত্তৰকোল ভাঙ্গি আনিলে।' অৰ্থাৎ মোমাই তামুলী বৰবৰুৱাই উত্তৰ কোলৰ বহু মানুহ আনি দক্ষিণ কোণত বহুৱালে। দক্ষিণ পাৰতকৈ পুৰণি কালৰে পৰা উত্তৰ পাৰত বিশেষকৈ হাবুং অঞ্চলত মানুহৰ বসতি বেছি আছিল বাবেই উত্তৰ পাৰৰ পৰা মানুহ নি দক্ষিণ পাৰৰ বিভিন্ন অঞ্চলত হাবি-জংঘল কাটি স্বৰ্গদেউ সকলে গাওঁ বহুৱাইছিল। দক্ষিণ পাৰত মানুহৰ জনবসতি অতি সেৰেঙা দেখিয়েই স্বৰ্গদেউ চুকাফাই হাবুঙত ৰাজধানী পাতিব বিচাৰিছিল। অসমীয়া জাতিৰেই নহয়, পৃথিৱীৰ প্ৰায়বোৰ জাতিৰেই এইটো স্বভাৱ যে, যেতিয়া তেওঁলোকে নিজৰ জন্ম ঠাই এৰি সুদূৰলৈ গৈ বহিব লগা হয় আৰু সেই নতুন ঠাইৰ প্ৰতি থকা মায়া এৰাব নোৱাৰি একে নাম দি লোৱা দেখা যায়। পৃথিৱীত এনেবিধ ঠাইৰ নাম দেখাৰ পোৱা যায়।

উপৰোক্ত জনশ্ৰুতিৰ উপৰিও অন্য এক ঐতিহাসিক কাৰ্যৰ পৰাও ঘিলামৰা নামটোৰ উৎপত্তি হোৱা যেন আমাৰ অনুমান হয়, যাক এই ক্ষেত্ৰত দ্বিতীয়টো জনশ্ৰুতি কোৱা হয়। সেইমতে উক্ত নাহৰ ফুকনে ইয়াৰ ঘিলামৰা পথাৰত অঞ্চলটোৰ ৰাইজক চপাই ৰাজহুৱাকৈ ঘিলাখেল অনুষ্ঠিত কৰাৰ পৰাই পথাৰখনৰ লগতে ঠাইখনেও পৰবৰ্ত্তী কালত ঘিলামৰা নামে প্ৰসিদ্ধ হয়। এই জনশ্ৰুতিৰ সমৰ্থনত এই অঞ্চলৰ ৰাইজৰ মাজত, বিশেষকৈ গাভৰু সকলৰ মাজত আহোমযুগৰে পৰা কুৰি শতিকাৰ আগভাগলৈকে প্ৰচলিত এক বিহুগীতৰ মালিতালৈ আঙুলিয়াব পাৰি। আমাৰ আই, সুমলা গগৈয়ে মোৰ আগত এই মালিতাটি জীয়াই থকা কালত অনেকবাৰ গোৱাৰ উপৰি মোৰ পেহাদেউ ঘিলমৰা নাওশলীয়া চুকৰ উপেন গগৈয়েও ১৯৩০ চনতে তেখেতৰ বাইচাওৱেক এলাগীৰ পৰা শুনি এই লেখকক ১৯৯১ চনৰ ১৫ এপ্ৰিলৰ দিনা গাই শুনাইছিল। আগৰ দিনত ঘিলামৰা দ'পথাৰৰ (ঘিলামৰা পথাৰখন এই সুবৃহৎ পথাৰ খনৰে এটা অংশ) গছ তলত চ'তৰ বিহুত গাভৰুসকলে হাতত টকা লৈ গোৱা নাহৰ ফুকনে ঘিলাখেল খেলাৰ বহন কৰা মালিতা অথবা

বিহুৰ যোজনাটিৰ আমি পোৱা অংশটো আছিল এটিঃ

*নাহৰে ইনৈয়ে সিনৈয়ে*
*নাহৰে ঘিলা খেলিছিলে*
*নাহৰে ফুকনদেও আছিল চাই- হে...*
*নাহৰ ফুকনৰ টেকেলা*
*নাহৰে মুখখনি চকলা*
*নাহৰে মুখখনি চকলা*
*নাহৰে ভৰি গিৰিপনি মাৰে হে...*
*নাহৰে ভৰি গিৰিপনি*
*নাহৰে মাৰে যে হেঁতেন*
*নাহৰে তাইহঁতে বুটলি লয় এ হে...*
*নাহৰে ইবাৰ তলে গলে*
*নাহৰে সিবাৰ তলে গলে*
*নাহৰে নিচৈ গল কঠীয়া তলি হে ... ।*
*নাহৰে এবেলি নাচনী*
*নাহৰে নিচৈ তলেগলা*
*নাহৰে বিহুৰে বাতৰি শুনি হে ... ।*
*নাহৰে চালতে চেৰেকি*
*নাহৰে চালতে চেৰেকি ঘুৰি হে... ।*
*নাহৰে আমাৰে নাচনী*
*নাহৰে নাচিবলৈ ধৰিছে*
*নাহৰে পখিলাই উৰাদি উৰি হে- ।*

এই গীতটিত নাহৰ ফুকনে লগত টেকেলাৰে সৈতে ৰাজধানী গড়গাওঁ-শলগুৰিৰ পৰা নাৱেদি ইনৈয়ে সিনৈয়ে আহি কঢ়ানৈৰ পাৰৰ ঘিলামৰা পথাৰত ৰাইজক চপাই ইয়াৰ গাভৰুহঁতৰ লগতো ঘিলাখেল খেলি ৰংৰহইচ যে কৰিছিল, আৰু তেওঁ যে দেখিবলৈ বৰ ধুনীয়া চকলামুখীয়া আছিল সেইকথা জানিব পাৰি।

অসমৰ বুৰঞ্জীমুলক কাহিনী গীত বা মালিতা (ballad) বোৰৰ ভিতৰতে পুৰণি, এতিয়ালৈকে প্ৰকাশিত 'নাহৰ কোঁৱৰ' গীতটিৰ অৰ্ন্তভুক্তি নোহোৱা এই মালিতাৰ মূল্য আছে যথেষ্ট। যিটো গীত বৰ্ত্তমান ঘিলামৰাত সম্পূৰ্ণ বিস্মৃত। তাহানিতে ঘিলামৰা গাভৰুহঁতৰ মনত মৰমৰ সঁচ বহুৱাই থৈ যাব পৰা সেই নাহৰনো কোন আছিল সেই বিষয়ে ৰাইজে জানিবৰ বাবে তলত দুআষাৰ লিখা হ'ল।

আহোমৰ স্বৰ্গদেউ সকলৰ ভিতৰত আটাইতকৈ বেছি দিন (৫২ বছৰ) ৰাজত্ব কৰা চুখামফা খোৰা ৰজাৰ দিনৰ আছিল নাহৰ। এইজনা স্বৰ্গদেউৰ দিনৰ উচ্চ পৰ্যায়ৰ বা-বিষয়া সকলৰ ভিতৰত সবাটোকৈ আকৰ্ষনীয় আৰু প্ৰভাৱশালী চৰিত্ৰ আছিল নাহৰ কোঁৱৰ ওৰফে নাহৰ ফুকন ওৰফে নাহৰ চেতিয়া ৰাজখোৱা। তেওঁৰ বিষয়ে সেয়েহে বহু তথ্য কেইবাখনো বুৰঞ্জী তথা কাহিনীগীত বোৰত পোৱাযায়। এই তথ্যবোৰৰ আধাৰত আমি জানিব পাৰো যে তেওঁৰ জন্মৰ গাওঁখন আছিল বুঢ়ী দিহিং নৈৰ বাও পাৰৰ খোৱাং। বাপেক আছিল খেলত, সোণাৰি। সৰুতেই মাক-বাপেকৰ মৃত্যু হোৱাত বুঢ়ীমাকে অতি মৰমেৰে চেনামুৱা নাম দি তুলি-তালি পইতাভাত খোৱাই ডাঙৰ দীঘল কৰিছিল। ডেকা হ'লত ছকুৰি কুকুৰা খাঙত ভৰাই ভাৰ বকি হাটে-বজাৰে বিক্ৰী কৰি অতি কষ্টেৰে কেতিয়াবা লঘোণে থাকিও দিন কটাইছিল। কেতিয়াবা 'সোণ ভাৰ দি মাটিভাৰ আনি ঘৰ মুচিবলৈ' হোৱাদি বেপাৰত লোকচানৰ সন্মুখীনো হৈছিল।

খোৱাৰজাৰ ৰাইদঙ্গীয়া কুঁৱৰী বৰমিছাও বা বৰমেচলৌৰ লগত সোণাৰি নাহৰৰ একে খেলৰ একে গাঁৱৰ সোণাৰি জীয়েক এগৰাকী আছিল পাচনী হৈ, তেওঁৰ নাম আছিল কাঞ্চনী। পাচে তেওঁ মৰিলত পৰ্ব্বতীয়া কুঁৱৰী সৰুমিছাও বা সৰু মেচলৌৰ লগতো সেই ৰূপ আছিল। পাছে তেওঁ মৰিলত সোণাৰিৰ জীয়েক কাঞ্চনীক ৰজাই কুঁৱৰী পাতিলে। গাভৰু কালৰেপৰা কাঞ্চনীৰ সৈতে নাহৰৰ ভালপোৱা আছিল। এই কুঁৱৰীয়ে ৰজাকো বশ কৰি সোণাৰিৰ উন্নতি ডাঙৰ ৰূপে বঢ়ায়। নাহৰকো ৰাজকাৰেঙলৈ অনাই তুলনীয়া পো বুলি কোঁৱৰ পাতিলে। ইয়াৰ পিছত তেওঁ ৰাইদঙ্গীয়া ফুকন আৰু পৰ্ব্বতীয়া ফুকন হৈ থকা সময়ছোৱাত ৰাজকাৰেঙৰ চৰাই ঘৰৰ টুপত বহি অন্যান্য বিষয়া সকলৰে পছি ঢাল (কড়ি খেল) খেলিছিল। কুঁৱৰীৰ অনুগ্ৰহত নাহৰে উত্তৰ কোলৰ শাসনকৰ্তা হৈ লখিমপুৰ নগৰৰ পশ্চিমে গজলুঙত (হাতীলুং বান্তৌ) সদৰ পাতি উত্তৰ পাৰৰ অনেক ঠাইৰ লগতে দক্ষিণ পাৰতো পুখুৰী খান্দিলে। ডাঙৰীয়া তিনিজনকো গনাগন নকৰি স্বৰ্গদেউ বনুৱা কাড়ি মানুহবোৰ বলেৰে নিয়াই লাছেঙ্গি পৰ্বতৰ কোষত (বৰহাটত) ৰজাৰ লেছেঙ্গি খাতকে নগৰ সদৃশ বৰবাৰী, বৰঘৰ, বৰ পুখুৰী বনাই তাৰ পৰা গড়গাঁৱলৈ আলি বন্ধায়। এই আলি এতিয়াও নাহৰ আলি নামেৰে পৰিচিত। এইদৰে অনেক বৰ বৰ কৰ্ম কৰিবলৈ ধৰা দেখি ডাঙৰীয়া সকলে স্বৰ্গদেউ কুঁৱৰী নাহৰে ৰাজ ভাঙিলে বুলি জনালত, স্বৰ্গদেৱে নাহৰ ফুকনক ধৰিবলৈ বিশ্বাসে অনুমতি দিলত তেওঁলোকে পোন্ধৰশ দহ শকত (১৫৮৯ চন) মাঘত গড়গাওঁ নগৰৰ বৰদুৱাৰৰ মুখতে নাহৰ ফুকনক মৰালে। নাহৰৰ প্ৰাণ ৰক্ষা কৰিবলৈ কাঞ্চনী ওৰফে কাচনমতী আই কুঁৱৰীয়ে অনেক চেষ্টা কৰিও বিফল হোৱাৰ সন্তাপত আপুনি ডিঙি কাটি মাৰিল বুলি নাহৰ কোঁৱৰৰ গীতৰ পৰা জানিব পাৰি। নাহৰক মৰা সয়মত তেওঁ উত্তৰ পাৰৰ অধিকাৰী বা ডফলাপৰীয়া ফুকন হৈ আছিল। ❖❖❖

# আহোম ৰজা, ডা-ডাঙৰীয়া পোষকতাত ৰঙালী বিহু

✍ অনুজ কুমাৰ ভূঞা
গড়েহগা, আজাদ

বসন্ত ঋতু আগমনৰ লগে লগে প্ৰকৃতিৰ এক আমূল পৰিবৰ্তন হয়। লঠঙা গছত কুঁহিপাত মেলি প্ৰকৃতি সেউজীয়া বৰণেৰে বিনন্দীয়া হৈ পৰে। কুলি, কেতেকীৰ মাতে সকলোৰে হিয়ামন আলোকিত কৰি তোলে। তাঁতশালৰ মাকো ঘন হয়। আকাশৰ তৰা আনি বিহুৱান বয়। বিহু প্ৰথমে প্ৰকৃতিত স্থিত হয়। তাৰ পাছত ক্ৰমান্বয়ে মানুহৰ মনলৈ আহে। সেয়েহে কবিয়ে লিখিছে "মোক নুসুধিবা তুমি বহাগৰ বতৰা, সুধিব সুজিছা যদি আহত জোপাক সোধা, কপৌফুল পাহিক সোধা।" বসন্ত কালত হোৱাৰ লগতে বহাগ মাহত হোৱাৰ বাবে ইয়াক বহাগ বিহু আৰু আনন্দেৰে নধৰা হয় বাবে ইয়াক ৰঙালী বিহু নামেৰে নামকৰণ কৰা হৈছে। বহাগ বিহুৰ আনন্দ পথাৰৰ মাজতহে পোৱা যায়। বহাগ বিহুৰ প্ৰায় এমাহ মানৰ আগৰ পৰাই ৰাতি বিহু আৰম্ভ হয়। বিহুত ডেকা গাভৰুৱে কোনোবা গছৰ তলত বিহু পাতি আনন্দ কৰে। ডেকা-গাভৰুৱে সুকীয়াকে বিহুতলি পাতি আনন্দ কৰে। ডেকাই ঢোল, পেঁপা বজাই বিহু পতাৰ লগতে গাভৰু সকলে টকা গগনা লৈ বিহু পাতি বিহু মাৰে। ই বহাগ বিহুৰ এক পৰম্পৰা। পথাৰত বিহু মৰাৰ অন্য এক প্ৰধান বৈশিষ্ট্য হ'ল, এনেদৰে ডেকা-গাভৰুৱে বিহু মাৰিলে মাটিৰ উৰ্বৰা শক্তি বৃদ্ধি হয় বুলি জন বিশ্বাস আছে। কিয়নো অসমৰ বিহু কৃষিৰ লগত জড়িত। বিহু উৎসৱ ঘাইকৈ কৃষিজীৱি মানুহৰ উৎসৱ। বিহুত মানৱ ইতিহাসৰ কৰ্ম বিৰ্বতনৰ বিশেষ বৰঙণি আছে। গছৰ তলৰ মুকলি বিহু আহি বৰ্তমান চোতাল পালেহি। বহাগ বিহুৰ আনন্দ জন সমাজৰ মাজত সোমাই পৰিল। কৃষিকৰ্মৰ লগতহে জড়িত এই বিহু আঁহত অথবা বৰ গছৰ তলতে বিশেষভাৱে প্ৰচলিত আছিল যদিও ইয়াক মুকলিলৈ উলিয়াই আনিলে ৰজাঘৰৰ পৃষ্ঠপোষকতাত। ৰজা সকলৰ পোষকতাতে এই ৰঙালী বিহু ৰাজহুৱা স্থানত প্ৰদৰ্শিত হ'ল। ইয়াৰ মূল বাটকটীয়া আছিল স্বৰ্গদেউ ৰুদ্ৰসিংহ। স্বৰ্গদেউ ৰুদ্ৰসিংহই বিহুক ৰাজহুৱাভাৱে প্ৰদৰ্শন কৰিবলৈ আনি ৰাজকীয় মৰ্য্যদা প্ৰদান কৰিলে। ৰংঘৰৰ বাকৰিত ৰজাৰ অনুগ্ৰহতে বিহু প্ৰদৰ্শন কৰিবলৈ সুবিধা প্ৰদান কৰিলে। কেৱল প্ৰদৰ্শনেই নহয় ইয়াক ৰাজকীয় মৰ্য্যদা প্ৰদান কৰি অসমীয়া সমাজৰ হৃদয়ত প্ৰতিষ্ঠিত কৰালে। ৰংঘৰ বাকৰিত বিহু প্ৰদৰ্শনেই নহয় বিহু নামতী, ঢোল, পেঁপাবাদক সকলৰ মাজৰ পৰা উপযুক্ত জন বিবেচিত কৰি পুৰস্কৃত কৰি উৎসাহিত কৰাৰ লগতে বিহুক এক জাতীয় উৎসৱত পৰিণত কৰালে। তেতিয়াৰ পৰা বিহুৰ পৰম্পৰা একে আছে যদিও বৰ্তমানৰ বিহু লগত সেই বিহু তুলনা কৰিব নোৱাৰি। এতিয়াৰ দৰে একক অথবা সমূহীয়া প্ৰতিযোগিতা অনুষ্ঠিত কৰি শ্ৰেষ্ঠতা প্ৰতিপন্ন নকৰে। সেই সময়ত এনেদৰে একক প্ৰতিযোগিতা নহৈছিল। বিহু মৰা মাজৰ পৰাই শ্ৰেষ্ঠ প্ৰদৰ্শন কৰা সকলক নিৰ্বাচিত কৰি পুৰস্কৃত কৰে। বৰ্তমান সময়ত বিহুৱে ইয়াৰ ঐতিহ্য হেৰুৱাই কেৱল মেলামুখী অনুষ্ঠান প্ৰচলন কৰাৰ বাবে বিহুৰ প্ৰকৃত সৌন্দৰ্য্য লোপ পাব ধৰিছে। ইয়াৰ লগে লগে প্ৰকৃত মৰ্য্যদাও হেৰুৱাইছে। হুঁচৰি বহাগ বিহুৰ অন্য এক অতি গাম্ভীৰ্য্য তথা আকৰ্ষনীয় অনুষ্ঠান। হুচৰি গোৱাটো বহাগ বিহুৰ এক অপৰিহাৰ্য্য অনুষ্ঠান হিচাবে স্বীকৃতি লাভ কৰিছে। ইয়াৰ মাজেদি কেৱল যে বিহু উদ্‌যাপনেই হয় এনে নহয় ই এক মঙ্গল সূচক অনুষ্ঠান। বিহুৰ মাজেদি ৰাইজৰ আৰ্শীবাদ প্ৰদান কৰে। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনতে ৰজা, ডা-ডাঙৰীয়াৰ ঘৰত বছেৰেকৰ বিহুৰ দিনা হুঁচৰি গাবলৈ যায়। ৰজায়ো আৰ্শীবাদ বিচাৰি ৰাইজৰ আগত আঁঠু লয়। ৰাইজেই ৰজা বুলি প্ৰজাক সেৱা জনায়। ৰাইজে সকলো দিশৰ পৰা ৰজাৰ মঙ্গলময় কামনা কৰি আৰ্শীবাদ দিয়ে। তাৰ পাছত ডা-ডাঙৰীয়া চোতালত হুচৰি গায়। এই পৰম্পৰা অনুসৰি ডা-ডাঙৰীয়া সকলেও উপযুক্ত মৰ্য্যদাৰে বিহু দলটিক সন্মান জনাই মাননী আদি দিয়ে। এই পৰম্পৰা অনুসৰি বৰ্তমানো হুচৰি ঘৰে ঘৰে গোৱা নিয়ম প্ৰচলিত হ'ল। বৰ্তমান সময়ত ৰজা অথবা ডা-ডাঙৰীয়া নোহোৱাৰ ফলত বহু ঠাইত নামঘৰ অথবা গাঁৱৰ মুখিয়ালৰ ঘৰত প্ৰথমে হুঁচৰি গাই

আশীৰ্বাদ দিয়া পৰম্পৰা এতিয়াও প্ৰচলিত হৈ আছে। হুঁচৰিত মহিলাৰ কোনো স্থান নাই। সকলো বয়সৰ পুৰুষে ইয়াত অংশ গ্ৰহণ কৰিব পাৰে। "গৃহস্থৰ কুশলৰ্থে" ধ্বনিৰে প্ৰবেশ কৰি সম্পূৰ্ণ নিয়ম শৃংখলাৰে হুঁচৰি পৰিৱেশন কৰে। হুঁচৰিৰ লগত বহুতো জনবিশ্বাস জড়িত হৈ আছে। সেইবাবে হুঁচৰিক এক বিশেষ মৰ্য্যাদা সহকাৰে গ্ৰহণ কৰে। বহাগ বিহুৰ অতি আকৰ্ষনীয় হুঁচৰিৰ মৰ্য্যদা এতিয়াও অক্ষুন্ন আছে। স্বৰ্গদেউ সকলৰ প্ৰধান পৃষ্ঠপোষকতাত অসমৰ পথাৰৰ বিহুৱে এক ৰাজকীয় সন্মানেই লাভ কৰিলে এনে নহয় ই জাতীয় উৎসৱত পৰিণত হ'ল। পাছলৈ এই বিহু বিভিন্ন মাঙ্গলিক কাৰ্য্যত ব্যৱহৃত হ'ল। ৰজাৰ ভ্ৰমণৰ সময়ত ঢুলীয়া-খুলীয়াই ৰজাৰ আগে আগে ঢোল-খোলবজাই আদৰি নিয়া নিয়ম প্ৰচলন হ'ল। তেতিয়াৰ পৰাই এই নিয়ম প্ৰচলন হৈ আছে। বৰ্তমানো বিভিন্ন মাঙ্গলিক কাৰ্য্যৰ লগতে বিশিষ্ট অতিথি সকলক সম্ভাষণ জনাই আদৰি আনিবলৈ এনে ব্যৱস্থা প্ৰচলন আছে।

শিৱসাগৰৰ ৰংঘৰ বাকৰিতে আৰম্ভ হৈছিল বিহু প্ৰদৰ্শন। প্ৰকৃতাৰ্থত ৰংঘৰেই আছিল ক্ৰীড়া আৰু সংস্কৃতিৰ মূল ভেটি। ইয়াতেই আৰম্ভ হৈছিল সাত বিহু উদ্‌যাপন। অতি উলহ মালহৰে অনুষ্ঠিত হৈছিল সাত বিহুৰ উৎসৱ। স্বৰ্গদেউ সকলে খেল ধেমালী, যুঁজ বাগৰ আদি চাই বৰ আনন্দিত হৈছিল। বিভিন্ন খেল ধেমালিৰ লগতে অনুষ্ঠিতহৈছিল কনী যুঁজ। সকলো ৰাইজে উপভোগ কৰিব পৰাকৈ সকলো ব্যৱস্থা কৰা হৈছিল। এনে খেল ধেমালিৰ সমূহত উন্নত মান প্ৰদৰ্শন কৰা সকলকো পুৰস্কৃত কৰিছিল। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত এনে অনুষ্ঠানে বিশেষ ভাৱে মৰ্য্যদা লাভ কৰিছিল। ইয়াৰ বাবে এক বিশেষ আয়োজনৰ প্ৰস্তুতি কৰিছিল। সেই পৰম্পৰা এতিয়াও প্ৰচলিত হৈ আছে। বহাগ বিহুত কণী যুঁজ আৰু কড়ি খেল প্ৰচলন বহু পুৰণি নিয়ম। বহাগ বিহুত কণীযুঁজ আৰু কড়িখেলক আমোদজনক খেল হিচাপে বিবেচনা কৰা হয়। কণী আৰু কড়ি দুয়োটাই প্ৰজননৰ প্ৰতীক হিচাবে গণ্য কৰা হয়। কণী আৰু কড়িৰ খেলৰ মাজেৰে উৰ্ব্বৰতা শক্তিৰ বৃদ্ধিৰ পায় বুলি এক জনবিশ্বাস আছে। এই কণীযুঁজ আৰু কড়িখেল অসমৰ শিৱসাগৰ জিলাত অধিক প্ৰচলন দেখা যায়। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে আহোম স্বৰ্গদেউ সকলৰ দিনৰে পৰা ইয়াৰ প্ৰচলন আছিল। বৰ্তমান অসমৰ বহাগ বিহুৰ সময়ত কণী যুঁজ আৰু কড়ি খেল ৰাজ্যখনৰ সকলো ঠাইতে ব্যাপক ভাৱে প্ৰচলন হৈ আছে। কৃষিভিত্তিক এই উৎসৱ সমূহ উৰ্বৰা শক্তিৰ লগত জড়িত বুলি প্ৰাচীন কালৰে পৰা এক জনবিশ্বাস প্ৰচলিত হৈ আহিছে।

অসমৰ ৰঙালী বিহু উৎসৱ এক সমজুৱা অনুষ্ঠান। বহুলোক একেলগ হৈ এই বিহু উদ্‌যাপন কৰে। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত যেনেকৈ বিভিন্ন গোষ্ঠীৰ জাতি-উপজাতি অৱদানৰ আছে তেনেদৰে বিহু উৎসৱৰ বুকুতো বিভিন্ন সংস্কৃতি বুৰঞ্জী মিহলি হৈ আছে। এই সকলো দিশ সামৰি অসমৰ জাতীয় উৎসৱৰ ৰঙালী বিহুটি সকলোৱে অতি আনন্দ মনেৰে উদ্‌যাপিত কৰে। আহোম স্বৰ্গদেউ সকলে এই বিহুক আদৰি আনি ৰজাঘৰীয়া মৰ্য্যদাৰে যি স্বীকৃতি প্ৰদান কৰি বাপতি সাহোন বিহুটিক অসমৰ প্ৰতিজন লোকৰ অন্তৰত সোমোৱাই দি গ'ল সেয়া এতিয়াও সকলোৱে প্ৰতি সিৰাই সিৰাই প্ৰবাহিত হৈ আছে। এই ৰঙালী বিহুৰ ঐতিহ্য গৌৰৱ সকলোৱে ৰক্ষা কৰা উচিত। সেই স্বৰ্গদেউ সকলৰ মহান অৱদানৰ কথা সোঁৱৰি এতিয়াও গোৱা হয়-

*স্বৰ্গদেউ ওলালে বাট চ'ৰাৰ মুখলৈ*
*দুলীয়াই পাতিলে দোলা,*
*কাণতে জিলিকিলে নৰা জাংফাই*
*গাতে গোমচেঙৰ চোলা।*



# বিহু আৰু বিশ্বায়ন

✍ বাবুল চন্দ্ৰ চুতীয়া
মৈদমীয়া, উত্তৰ লক্ষীমপুৰ

হুৰুহ্ হুৰুহ্ কৰি কি চৰাই উৰিলে
কি চৰাই পৰিলে ডালত,
হাড়ৰ মাজে মাজে কি মৰম সোমালে
সদায় পৰি থাকে মনত।

বিহু জাতীয় চেতনালব্ধ এটা জাতীয় অনুষ্ঠান। অসমীয়া জাতীয় সংস্কৃতিক-সামাজিক সত্তাই হ'ল বিহু। বিহুৱে অসমীয়াজাতিৰ সঁচা পৰিচয়, অসমীয়া জাতিৰ প্ৰাণ। এই বিহুতেই অসমৰ বিভিন্ন জাতি- জনজাতীয় লোক-সাংস্কৃতিক বৈশিষ্ট্যৰ চাপ থকাৰ বাবেই বিহু অসমীয়া লোক-সংস্কৃতিক উৎসৱত পৰিণত হৈছে। অসমীয়া তিনিটা বিহু অসমৰ লোক সমাজৰ জীৱন- দৰ্শনেৰে প্ৰবাহিতহৈ থকা এক সাংস্কৃতিক ধাৰা। বিহু আজিঅসমৰ সৰ্বজনৰ দ্বাৰাসমাদৃত আৰু পালিত হ'লেও মূলতই জনজাতীয় উৎসৱ। কৃষিভিত্তিক আৰু ঋতুৰ পৰিবৰ্তনৰ লগত সঙ্গতি ৰাখি তিনিটা বিহুকে পালন কৰা হয়।

মানুহে খাদ্যৰ অন্বেষণত নদী উপত্যকাৰ উৰ্বৰভূমি বিচাৰি প্ৰবজন কৰাৰ সময়ত প্ৰায় ২৮শ শতাব্দীত চীন দেশৰ পৰা অসমৰ উত্তৰ পূৰ্ব পথেদি আহি সৌমাৰখণ্ডত প্ৰৱেশ কৰা প্ৰথম দলটো হ'ল মন্‌খমেন ভাষাগোষ্ঠীৰ আষ্ট্ৰিকসকল। আষ্ট্ৰিক গোষ্ঠীৰ লোক সকলৰ পাছতে সেই এক উত্তৰ পূৰ পথেৰেই সৌমাৰখণ্ড তথা অসমত প্ৰৱেশ কৰা দ্বিতীয় জনস্ৰোতাটো হ'ল তিব্বতো বাৰ্ম্মাণ ভাষাগোষ্ঠীৰ অন্তৰ্গত বড়োসকল। বড়োগোষ্ঠীৰ এই লোকসকল বিভিন্ন ঠাইত কোচ, মেচ, বড়ো, কছাৰী, লালুং বা তীৱা, চুতীয়া, সোনোৱাল, দেউৰী আদি বিভিন্ন নামেৰে জনাজাত হৈ আজিও আছে। আষ্ট্ৰীক আৰু বড়োসকল পাচতেই অসমলৈ অহা সকল হ'ল পশ্চিমৰ পৰা অহা 'ইৰাণী আৰ্য বা ককেচইড়' 'দ্ৰাবিৰ' আৰু বৈদিক আৰ্যসকল। আৰ্যসকল সংখ্যাত বৰ বেছি নহ'লেও এওঁলোকৰ ভাষা, কৃষ্টি আদিউন্নত হোৱাত স্থানীয় ভাষা কৃষ্টিত এওঁলোকৰ প্ৰভুত প্ৰভাৱ পৰিছিল যাৰ ফলত সৌমাৰ খণ্ডত চুতীয়া সকলৰ মাজতেই আজিৰ অসমীয়া ভাষাৰ উৎপত্তি হৈছিল। অসমৰ সৌমাৰখণ্ডলৈ একেবাৰে শেযত অসমৰ দক্ষিণ পূৱ পথেদি অহা লোকসকলেইহ'ল 'টাই' জনগোষ্ঠীয় লোকসকল, যাক অসমত আহোম বুলি কোৱা হয়। এই সকলোবোৰ সংস্কৃতিৰ সংমিশ্ৰণতেই অসমৰ লোক-সংস্কৃতিৰ উত্তৰণ হৈছিল।

অসমলৈ অহা আষ্ট্ৰিক আৰু বড়ো গোষ্ঠীৰ লোকসকল সমগ্ৰ অসমতে বিস্তৃত হৈ পৰাৰ পাচত দুৰ্গম পাহাৰীয়া অঞ্চলত বহু শ বা হাজাৰ বছৰ বিছিন্ন হৈ থকাৰ পাচত প্ৰত্যেক ঠাইৰে লোকসকলৰ একোটা সুকীয়া কৃষ্টি প্ৰকট হৈ পৰাত একোটা সুকীয়া জনজাতি হেন দেখিলেও এই সকলো মূলত আষ্ট্ৰিক বা বড়ো গোষ্ঠীৰেই আৰু তেওঁলোকৰ কৃষ্টিত মৌলিক মিল আছে। চীনদেশৰ পৰা অহা এইলোকসকলেই অতীততে উত্তৰ পূৰ্ব্বাঞ্চলত বিহুৰ লগতজড়িত হৈ থকা ধান খেতিৰ প্ৰৱৰ্ত্তন কৰিছিল। কিয়নো চীনদেশেই হ'ল ধান খেতিৰ আদি ভূমি। অসমৰ লোক-সংস্কৃতিলৈ তেওঁলোকৰ প্ৰধান অৱদান কৃষিভিত্তিক উৎসৱ বিহু, বিহুগীত, নৃত্য আৰু আনুসঙ্গিক বাদ্য- ঢোল, তাল, টকা, পেঁপা ইত্যাদিয়ে এদিন গণজীৱনৰ স্পন্দনহৈ আহোম স্বৰ্গদেউ ৰাজ অনুগৃহীত হৈ ৰংপুৰৰ বাকৰিত আনুষ্ঠানিক সন্মান লাভ কৰিছিল। বিহু কোন জনগোষ্ঠীৰ ছাঁত জীপলৈ আজিৰ অৱস্থা পাইছেহি আদি বিচাৰ কৰা বৰ্তমান প্ৰেক্ষাপটত অৰ্থহীন। কাৰণ বিহু এতিয়া অসমৰ চুকে কোণে অসমৰ জনমানসত নিজ বৈশিষ্ট্যৰে ভাসমান এক উজ্জ্বল নক্ষত্ৰ।

বিৰ্বতনৰ পথত বিশ্বায়নৰ সংস্পৰ্শত বিহু বিকৃত ঘটিছে ই ধ্রুৱ সত্য। বৰ্তমান বিশ্বত সকলো দিশতে পৰিৱৰ্তন আনিবলৈ সক্ষম হোৱা শব্দ তিনিটাই হ'ল- 'এল পি জি'। ইয়াৰে 'এল' শব্দই লিবাৰেলাইজেচন বা উদাৰীকৰণ, 'পি' শব্দই প্ৰাইভেটাইজেচন বা ব্যক্তিগতকৰণ আৰু 'জি' শব্দই গ্ল'বেলাইজেচন বা বিশ্বায়নক সূচায়। ৰাজনীতি আৰু অৰ্থনীতিৰ আধাৰত বিশ্ব সাম্ৰাজ্য প্ৰতিষ্ঠা কৰাৰ উন্নত দেশবোৰৰ বাবে আশীৰ্বাদ স্বৰূপ এই বিশ্বায়নৰ ব্যৱস্থাটো অনুন্নত দেশবাৰৰ কাৰণে মুঠেই সন্তোষজনক নহয়।

বিশ্বায়নৰ আধাৰত গঢ় লৈ উঠা ইলেক্টনিক মাধ্যমে আমাৰ সমাজত যথেষ্ট পৰিমাণে নেতিবাচক প্ৰভাৱ পেলাইছে। লোকগীত আৰু লোকনৃত্যৰ সৈতে পশ্চিমীয়া বাদ্যযন্ত্ৰৰ প্ৰয়োগে অসমৰ সাংস্কৃতিক জগতখনক ব্যাপকভাৱে ক্ষতি কৰিছে। নৱ-প্ৰজন্মৰ মাজত কষ্ট আৰু সাধনালব্ধ লোক সংস্কৃতি অধ্যয়নৰ মাত্ৰা কমি অহাৰ ফলত সৃষ্টি হোৱা শূণ্যতাৰ সুযাগ লৈ চাম ধুৰন্ধই কেছেট আৰু চি.ডি.ৰ মাধ্যমেৰে অতি সস্তীয়া আৰু অশ্লীল ভাষাৰ বিহুগীত ৰচনা কৰি অসমৰ লোক জীৱনৰ সৈতেজড়িত বিহু উৎসৱক কুটাৰঘাট কৰিছে।

বৰ্তমান অসমৰ মঞ্চ বিহুক বিশ্বায়ন কেন্দ্ৰীক ভোগবাদে অক্টোপাছৰ দৰে আবৰি ধৰি বিকৃতি কৰাৰ পৰিকল্পনা পুৰামাত্ৰাই চলাইছে। সেয়ে লোক জীৱনৰ সৈতে জড়িত অনুষ্ঠান বিহুৰ মৰ্যদা আৰু মহত্ব নজনা লোকৰ নেতৃত্বত বিহু সন্মিলন অনুষ্ঠিত কৰিলে বিহুৱে স্বকীয়তা হেৰুৱাৰ লগতে বিকৃত সংস্কৃতিৰ পৰম্পৰা আৰু ভোগ-বিলাসী সংস্থাক জন্ম দিয়াতো নিশ্চিত। বিশ্বায়নৰ ভোগসৰ্বস্ব আৰু ধনকেন্দ্ৰীক ব্যৱস্থাবোৰে যদি বিহুত প্ৰভাব পেলায় তেনেহ'লে ৰাজ্যখনত জাতীয় বিপৰ্যয়ে দেখা দিব। সেয়া আমি শিকোৱা উচিত।

আমাৰ বাপুতি সাহোঁন বহাগ বিহুটি চাঁন্দা তুলি পালন কৰাৰ যি মানসিকতা তাক পৰিহাৰ কৰি বিহু কমিটি বিলাকে নিজ কমিটিৰ অৰ্থৰে পালন কৰাৰ মানসিকতা গঢ়ি তুলিলে বিহু আৰু বিহু মঞ্চৰ সৌষ্ঠৱ নিশ্চয় বৃদ্ধি হ'ব। এই ক্ষেত্ৰত লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ স্থায়ী বিহু সন্মিলনৰ সমিতি গঠন কৰি দহ হাজাৰ সভ্য ভৰ্ত্তিৰ অনুদানৰ নিজস্ব পুজিৰে বিহু সন্মিলন অনুস্থিত কৰাৰ যি পৰিকল্পনা হাতত লোৱা হৈছে সেয়া প্ৰশংসনীয় পদক্ষেপ ৰূপে পৰিগণিত হ'ব যদিহে আগন্তুক দিনবোৰত ই কাৰ্যকৰী হয় আৰু এই প্ৰচেষ্টাই সমগ্ৰ অসমৰ বাবে পথ পদৰ্শকৰূপে পৰিগণিত হৈ বিশ্বায়ন ব্যৱস্থাই কৰ্তৃত্ব স্থাপন কৰা বিহু উৎসৱ বা বিহু সন্মিলন উদ্‌যাপন কৰাৰ নামত যি ধন নিৰ্ভৰ জাকজমকতা তাক পৰোক্ষভাৱে নিয়ন্ত্ৰণকৰি বিহুৰ স্বকীয়বৈশিষ্ট্য অটুত ৰখাত সহায়কহ'ব। আমিও বৰ্ত্তমান লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ উপ-সভাপতি হিচাপে এই কথা বিলাক বাস্তৱত ৰূপায়িত কৰাৰ বাবে যৎপৰোনাষ্টি চেষ্টা চলাই যোৱাৰ প্ৰতিশ্ৰুতিৰে প্ৰতিশ্ৰুতিবদ্ধ হৈ সমূহ অসমবাসীক ৰাঙলী বিহুৰ ওলগ আৰু সেৱা জনালোঁ।

*মূৰৰ চুলি ছিঙি আশীৰ্বাদ কৰিছো*
*অতি চেনেহৰ আমাৰ বিহুটি*
*চিৰদিন কুশলে থাকক।*





# বিহুৰ বতৰত বৰা চাউলৰ বাণিজ্যকৰণৰ চিন্তা

✍ প্ৰবাল শইকীয়া

"পথাৰ হ'ব লাগিব পকা ধাণেৰে হালধীয়া; এই শস্য সময়ত আহি উৰাল পুৰ্ণ হ'ব, গৰু-গাইৰে ভৰি থাকিব গোহালি, বেমাৰ আজাৰ আঁতৰি ঘৰখন হৈ থাকিব নিৰোগী, জীৱনটো ভৰি পৰিব পুৰ্ণতাৰে, চাৰিওফালে মংগলময় হ'ব"-এনে কিছু কামনাৰে অতীজৰে পৰা বিহু আমাৰ সমাজত পালন কৰি অহা হৈছে। বহাগ মাহত অসমৰ সকলোবোৰ জনগোষ্ঠীয়ে নিজা পৰম্পৰা আৰু স্বকীয় বৈশিষ্ট্যৰ বিহু উৎসৱ পালন কৰে। বিহু আৰু কৃষি এটি সিকিৰ ইপিঠি-সিপিঠি। অসমৰ কৃষকৰ পথাৰত, ভঁৰালত পৰম্পৰাগত ভাবে সংৰক্ষিত হৈ আহিছে বহুতো আপুৰুগীয়া শস্যৰ জাত ইয়াৰ মূল চালিকা শক্তি হিচাপে কাম কৰিছে বিহুৰ দৰে লোক উৎসৱ আৰু জনগোষ্ঠী সমূহৰ নিজা ধৰ্মীয় সামাজিক পৰম্পৰা আৰু বৈচিত্ৰ্যপূৰ্ণ খাদ্য সম্ভাৰ সমূহে।

খ্ৰীষ্টপূৰ্ব প্ৰায় তিনিহাজাৰ বছৰৰ আগতেই অসমত ধানৰ জিনীয় বৈচিত্ৰ্যৰ আৰম্ভণি হৈছিল। বিভিন্ন জনগোষ্ঠীৰ আবাসভূমি অসমৰ জাতি-জনজাতিৰ বিভিন্ন সাংস্কৃতিক-সামাজিক পৰম্পৰা, খাদ্য ৰুচি; বৈচিত্ৰ্যময় কৃষিভূমিৰ বিতৰণে ধ নৰ জিনীয় বৈচিত্ৰ্যৰ ক্ষেত্ৰত প্ৰভূত বৰঙণি যোগাইছে। বনৰীয়া ধানৰ হাজাৰ বছৰীয়া স্বাভাৱিক ক্ৰমবিবৰ্তন আৰু সংমিশ্ৰণৰ লগতে কৃষকৰ পৰম্পৰাগত জাত নিৰ্বাচন প্ৰক্ৰিয়াই ধানৰ জৈৱবৈচিত্ৰ্যৰ ভঁৰাল চহকী কৰিছিল। ১৩শ শতিকাত আহোম সকলে লগত লৈ অহা বৰা, চকুৱাৰ দৰে বহুতো ধানৰ জাতে অসমৰ থলুৱা ধানৰ ভঁৰাল অধিক মেটমৰা কৰি তুলিছিল। ধানখেতিৰ অন্যতম আদিভূমি উত্তৰ-পূবাঞ্চলত পোৱা প্ৰায় আঠ হাজাৰ থলুৱা ধানৰ জাতৰ ভিতৰত ১৯৬৮ চনৰ 'অসম ধান সংগ্ৰহ অভিযান'ত ছহেজাৰ থলুৱা ধানৰ জাত সংগৃহীত হৈছিল। কিন্তু সজাগতাৰ সভাত অধিক উপাদানক্ষম আধুনিক জাতৰ জনপ্ৰিয়তা, কৃষিভূমিৰ হ্ৰাস, খাদ্য ৰুচি সলনি আদি বিভিন্ন কাৰণতঅসমৰ পথাৰৰ পৰা বহু হাজাৰ আপুৰুগীয়া থলুৱা ধানৰ জাত হেৰাই গৈছে।

প্ৰধান খাদ্য ভাতৰ বাবে নিজা সিংহভাগ মাটি বিশেষ এবিধ বা ছবিধ ধানৰ জাতৰ খেতি কৰাত লগতে অসমৰ খেতিয়কে জা-জলপানৰ বাবে চাৰি পাঁচবিধ খেতি প্ৰত্যেকে কমকৈ হ'লেও বিহুৰ দৰে জাতীয় উৎসৱ, কাজ-সকাম, বিভিন্ন ধৰ্মীয় উৎসৱৰ বাবে অপৰিহাৰ্য পিঠা-পনা জলপানৰ প্ৰয়োজনীয়তা খিনিয়ে এনে বিভিন্ন ধানৰ খেতিত ইন্ধন যোগাই আহিছে। আমপাখি, চকুৱা, সোৱাগমনি, বৰাধানৰ আদি সহস্ৰ বছৰ ধৰি কৃষকে সংৰক্ষণ কৰি অহাৰ অন্যতম কাৰণ আমাৰ বিহুৰ দৰে উৎসৱ পাৰ্বণত ব্যৱহৃত খাদ্য পৰম্পৰা, মুখৰ ৰুচি আৰু জিভাৰ জুটি।

**বৰাধানৰ আঠা আৰু বিহুৰ পিঠা-পনাঃ**

বিহুৰ সৈতে বৰা ধানৰ সম্পৰ্কে কাৰো অজানা নহয়। বৰা চাউলৰ আঠা গুণৰ লগতে সুস্বাদুৰ বাবে পিঠা-পনা,থলুৱা সুৰা, জলপান প্ৰস্তুতৰ বাবে বহলভাবে অসমৰ প্ৰায় সকলোবোৰ জাতি-জনগোষ্ঠীয়ে ব্যৱহাৰ কৰে। বৰা চাউল অবিহনে বিহুৰ উদ্‌যাপনৰ কথা চিন্তা কৰিবই নোৱাৰি। আহোম সকলে অসমলৈ আহোতে বাটত খাবলৈ বৰা চাউল আৰু ইয়াৰ সঁচ লৈ অহাৰ কথা জনা যায়। বৰ বৰা, তিতাফুলীয়া বৰা, কাতি বৰা, পঁইতা বৰা, জহা বৰা, আঘোণী বৰা, ৰঙা বৰা, পাখৰি বৰা, ঘিউ বৰা, তুলসী বৰা আদি প্ৰায় দহবিধতকৈ অধিক বৰা ধানৰ জাত অসমত পোৱা যায়। বিহুত পিঠা-পনা যেনে, তিলপিঠা বা খোলা চপৰীয়া পিঠা, সুতুলি পিঠা, ঘিলা পিঠা, ভাত পিঠা, আঙুলি পিঠা, ফেনী পিঠা, চুঙা পিঠা,জোনবিৰি পিঠা, তৰা পিঠা, আদি কিমান যে পিঠা বৰা আৰু আঢ়ৈ চাউলৰ পৰা বনোৱা হয় তাৰ নাম লিখিলে এখন দীঘলীয়া তালিকা হ'ব।

আজিও সকাম-নিকামত বৰা ধানৰ কোমল চাউল, বৰা চাউলৰ সান্দহ, তোলনি বিয়াত বৰাধানৰ আখৈ অপৰিহাৰ্য। ন-খোৱাত, নতুন মিতিৰৰ আতিথ্যত 'চোৱা দিয়া ভাত' অসমৰ বহু জনগোষ্ঠীৰ বাবে সন্মানীয় উপাদান। একেদৰে আহোম সকলৰ সাজপানী, মিচিং জনগোষ্ঠীৰ আপং, দেউৰী, জনগোষ্ঠী, মিঠা, টেঙা আৰু তিতা 'চুজে'। বড়োসকলৰ জৌ আ সোনোৱাল কছাৰী সকলৰ থলুৱা সুৰা ইত্যাদি প্ৰস্তুত কৰাত বৰা চাউল উৎকৃষ্ট উপাদান হিচাপে গণ্য কৰা হয়। চকোৱা ধানৰ চিৰা, আমপাখি, সোৱাগমণি ধানৰ মুৰিৰ সোৱাদেই সুকীয়া। কিন্তু সময়ৰ লগে লগে ক্ৰমান্বয়ে হেৰাই যোৱা উপক্ৰম হোৱা এনেবোৰ আপুৰুগীয়া ধানৰ জাতৰ লগে লগে অসমৰ অনান্য খাদ্য সম্ভাৰৰ মানদণ্ড বজাই ৰখাটোও কঠিন হৈ পৰিছে আৰু মূল উপাদান হিচাপে ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছে যিকোনো নিম্ন মানদণ্ডৰ ধানৰ জাত।

চাউলৰ উপৰি পিঠা-পনাৰ বাবে আৱশ্যকীয় তিল, নাৰিকল,চেনী, গুৰ আদি আনুষংগিক উপাদান সমূহে উৎসৱৰ সময়ত স্থানীয়ভাৱে উৎপাদিত সামগ্ৰীয়ে বজাৰৰ চাহিদা পূৰণ কৰিব নোৱাৰে। এনেবোৰ দিশৰ প্ৰতি লক্ষ্য ৰাখি অসম কৃষি বিশ্ববিদ্যালয়ৰ অধীনৰ গৱেষণা কেন্দ্ৰ সমূহে অসমৰ পৰিবেশত খাপখোৱা তথা অধিক উৎপাদনক্ষম তিল, কুঁহিয়াৰ আৰু 'কামৰূপা' নামৰ নাৰিকল জাত নিৰ্বাচন কৰি অনুমোদন জনাইছে। কিন্তু এটা কথা ঠিক যে, বছৰটোৰ সকলো সময়ত চাহিদা থাকিলেহে যিকোনো শস্যৰ খেতি কৰিবলৈ খেতিয়ক সকলে ইচ্ছা কৰে। চাউলৰ পৰা প্ৰস্তুত কৰা তামিল 'ইদলি', দোচাই আদি খাদ্য সামগ্ৰীয়ে আন্তৰাষ্ট্ৰীয় বজাৰ দখল পাবলৈ সক্ষম হোৱাৰ দৰে অসমৰো কিছু নিৰ্বাচিত পিঠা, কোমল চাউলক 'ইন্সটেন্ট ফুড' হিচাপে বাহিৰৰ বজাৰলৈ নিশ্চয় উলিয়াই নিব পৰা যায়। কিছু বছৰৰ আগতে ভাৰতীয় সেনাবাহিনীত কোমল চাউল যোগানৰ এক আঁচনি ৰূপায়নৰ চিন্তা-চৰ্চা অসমৰ এগৰাকী প্ৰাক্তন ৰাজ্যপালৰ উদ্যোগত চলিছিল যদিও বাস্তৱায়িত হোৱা দেখা নগ'ল।

আজি কিছুদিনৰ পৰা বছৰৰ যিকোনো সময়তেই হাটে-বজাৰে লাড়ু-পিঠা-জলপান ব্যৱসায়ীক প্ৰতিষ্ঠানৰ 'ট্ৰেডনাম'ত কিনিবলৈ পোৱা হৈছে। গুৱাহাটীৰনামী-দামী হোটেলতো অসমীয়া জাতি-জনগোষ্ঠীৰ খাদ্য সম্ভাৰ সহজলভ্য হৈছে। এইবোৰ বাতৰিয়ে ৰাজ্যৰ খেতিয়ক সকলক থলুৱা ধান-মাহ-শাক-পাচলিৰ খেতিৰ বাবে নিশ্চয় সন্মানিত কৰিব। আন আন দিশৰ লগতে খাদ্য ব্যৱসায়তো গোলকীকৰণৰ প্ৰভাৱ পৰিছে। নিজৰ নিজৰ খাদ্য সংস্কৃতিৰ বিষয়ে আনক জনোৱাৰ প্ৰথা আৰু সচেতনতা দিনক দিনে বৃদ্ধি পাইছে। সেয়েহে বিশ্ববাসীক আমাৰ আহাৰৰ বতৰা, ইয়াৰ ঐতিহ্য আৰু গুণাগুনৰ বিষয়ে অৱগত কৰোৱাৰ সময় আহি পৰিছে। এই ক্ষেত্ৰত অসমৰ পাৰদৰ্শী সকলে থলুৱা আহাৰ, পিঠা-পনা আৰু জলপানক পুৰণিখিনিক মূলধন কৰি কিছু নতুন ৰূপত ব্যৱসায়িক দৃষ্টিভংগীৰে আগুৱাই উলিয়াই নিবলৈ যত্নপৰ হোৱাটো সময়ৰ দাবী বুলি আমি বিবেচনা কৰো। বৰং এনে কামে হেয় জ্ঞান কৰা অসমৰ নগৰ-চহৰৰ বহু নতুন প্ৰজন্ম বা অনা-অসমীয়া ৰাইজেও নতুন উৎসাহেৰে গ্ৰহণ কৰিব। ❖❖❖



# জাতি, ভাষা, সাহিত্য আৰু সংস্কৃতি

✍ ড° বন্তি গগৈ হাওবৰা

জাতি গঠন প্ৰক্ৰিয়াৰ আধাৰ হ'ল সমন্বয়। সমন্বয়ক সাৰটি ধৰিয়েই এটা জাতি গঢ় লৈ উঠে। যিহেতু সমন্বয়ৰ দৃঢ়তাৰ ওপৰতেই এটা জাতিৰ স্থায়ীত্বও যুগমীয়া হয়। জাতি গঠনৰ বাবে নিৰ্দ্দিষ্ট ভূমিখণ্ড, ধৰ্ম, শিল্প, সংস্কৃতি, ভাষা-সাহিত্য,আচাৰ-নীতি, ঐতিহ্য -পৰম্পৰা ওপৰিও অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক বাতাবৰণ আদি উপাদানৰ প্ৰয়োজন। সমন্বয়ৰ ভেটি থৰক বৰক হ'লেই এটা জাতি ছিন্ন ভিন্ন হয় অথবা পংগু হয়। ব্যক্তিগত পৰিয়ালৰ দৰে জাতিৰ জীৱনতো নানা ঘাট প্ৰতিঘাট, আপদ বিপদ বা বিপৰ্যয়ে দেখা দিয়ে।

সমগ্ৰ ভাৰতবৰ্ষত মূলতঃ ছটা জাতি আছে বুলি জনা যায়। সেই কেইটা হৈছে- (১) নেগ্ৰিটো বা নিগ্ৰোবট্ (২) প্ৰট' অষ্টলইড্ বা দক্ষিণ জাতি (৩) ভূমধ্য সাগৰীয় জাতি (৪) পাশ্চাত্য হ্ৰস্ব কপালী জাতি (৫) নদীক বা উদীচ্য জাতি আৰু (৬) মঙ্গোলীয় জাতি। দক্ষিণ জাতি, ভূমধ্য সাগৰীয় জাতি আৰু উদীচ্য জাতিৰ সংমিশ্ৰণত ভাৰতীয় সংস্কৃতি গঢ় লৈ উঠিছে। আনহাতে উদীচ্য, দক্ষিণ আৰু মঙ্গোলীয় জাতিৰ সংমিশ্ৰণ আৰু সমন্বয়ত অসমীয়া জাতি আৰু সংস্কৃতি গঢ় লৈ উঠিছে। ত্ৰয়োদশ শতিকাত ব্ৰহ্মপুত্ৰ উপত্যকাত স্বৰ্গদেউ চুকাফাই যি বিশাল ৰাজ্য স্থাপন কৰিলে তেতিয়াৰ পৰাই বৃহৎ অসমীয়া জাতিৰ ভাষা, সাহিত্য, সভ্যতা আৰু সংস্কৃতিয়ে সেন্দুৰীয়া বাটেৰে বাট বুলিবলৈ ধৰিলে।

মানৱ জাতি সমস্ত জীৱ জগতৰ ভিতৰতে সৰ্বশ্ৰেষ্ঠ হিচাপে স্বীকৃতি পোৱাৰ মূলতে হ'ল ভাষা। ভাষা মানৱ জাতিৰ উৎকৃষ্টতম সৃষ্টি আৰু সৰ্বশ্ৰেষ্ঠ সম্পত্তি। মানৱ জাতিৰ ভাষাৰ ইতিহাস আৰম্ভ হয় আজিৰ পৰা প্ৰায় আঢ়ৈ হেজাৰ- তিনি হেজাৰ বছৰৰ আগতে।

গ্ৰীচ দেশৰ আগতেই বিশ্বৰ ভিতৰত প্ৰথম ভাষাৰ বিষয়ে চিন্তা চৰ্চ্চা আৰম্ভ হয় আমাৰ ভাৰতবৰ্ষত। বৈদিক যুগতে ভাৰতত ভাষাৰ সম্পৰ্কে চিন্তাৰ বিকাশ ঘটে। খৃষ্টপূৰ্ব পঞ্চাশ শতিকাতে ভাৰতীয় ভাষা চিন্তাৰ এক শৃঙ্খলাবদ্ধ আৰু ধাৰাবাহিক আলোচনাৰ ইতিহাস আৰম্ভ হয় বুলি জনা যায়। ভাষাতত্বৰ তুলনামূলক ধাৰাটোৰ সময় সীমা ১৭৮৬ খৃঃৰ পৰা ১৯১৫ খৃষ্টাব্দলৈ বুলি ধৰা হয়। অসমীয়া ভাষাই ত্ৰয়োদশ চতুৰ্দশ শতিকাত সপ্ৰতিষ্ঠা লাভ কৰে যদিও ইংৰাজ শাসন প্ৰতিষ্ঠা হোৱাৰ পিছতহে অসমীয়া ভাষাৰ বিষয়ে শৃঙ্খলিত চিন্তা চৰ্চ্চাৰ আৰম্ভ হয়। ইংৰাজ সকলৰ শাসন কাৰ্য্য আৰু ব্যৱসায় চলাবৰ বাবে অসমীয়া ভাষা জ্ঞানৰ প্ৰয়োজন হোৱাত ইংৰাজ বিষয়া উইলিয়াম ৰবিন্স চাহাবে লেটিন ব্যাকৰণৰ আৰ্হিত ইংৰাজী ভাষাত প্ৰথমে A grammar of the Assamese ১৮৩৯ চনত ৰচনা কৰে। এইয়াই অসমত অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণৰ মাধ্যমত ভাষা চৰ্চ্চাৰ আৰম্ভণী। অসমীয়া ভাষাৰ দ্বিতীয়খন ব্যাকৰণ ইংৰাজীতে ব্যেপ্তিষ্ট মিছনেৰী ড° নাথান ব্ৰাউনে ১৮৪৮ চনত ৰচনা কৰে। শিৱসাগৰৰ কথিত ভাষাৰ ভিত্তিত ড° ব্ৰাউনে Grammatical Notices On Assamese Language নামৰ ব্যাকৰণ খন ৰচনা কৰিছিল। এইখন ব্যাকৰণকেই অসমীয়া ভাষাৰ উৎপত্তি আৰু ধ্বনি তত্বৰ এক মূল্যবান দলিল বুলি স্বীকৃতি দিব পাৰি।

অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক জি.এফ.নিকল চাহাবে ১৮৯৪ চনত Manual the Bengal Language নামৰ বাংলা ব্যাকৰণ খনৰ শেষৰ ফালে Appendix & Sketch of Asamese Grammar ত অসমীয়া যে এটা স্বতন্ত্ৰ ভাষা তাক প্ৰতিষ্ঠা কৰি গ'ল। An Assamese grammar with vocabulary and excercise নামৰ গ্ৰন্থ খনৰ প্ৰণেতা হ'ল গুৱাহাটীৰ ডনবস্কোৰ কেথলিক মিচনৰ ফাডাৰ অ' পডিয়াতি। এইখন ইংৰাজী ভাষাত ১৯৪৯ চনত লিখা অসমীয়া ভাষাৰ চতুৰ্থখন ব্যাকৰণ। ড° নাথান ব্ৰাউনৰ ব্যাকৰণ ৰচনাৰ দহ বছৰৰ পিচত ১৮৫৯ চনত হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাত প্ৰথমখন ব্যাকৰণ "অসমীয়া ভাষাৰ ব্যাকৰণ" ৰচনা

কৰে। বৰুৱা দেৱৰ ব্যাকৰণ খনেই আছিল পথ প্ৰদৰ্শক ব্যাকৰণ। ড° মাইলচ্ ব্ৰন্সনৰ 'অচমিয়া ইংৰাজী অভিধান' খন আধুনিক অসমীয়া ভাষাৰ প্ৰথম অভিধান। এই অভিধান খনত চৈধ্য হেজাৰ শব্দ আছে যদিও বৰ্ত্তমান এই অভিধান খন অসমীয়াৰ হাতত নাই।

১৯০০ চনত হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' প্ৰকাশ পোৱাৰ পিচৰ পৰাই বৰ্ত্তমানলৈকে অসমীয়া ভাষাত শতাধিক ব্যাকৰণ ৰচিত হৈছে। লগে লগে অসমীয়া ভাষা চৰ্চ্চাৰি নতুন নতুন দিশ উন্মোচিত হৈ অসমীয়া ভাষাৰ বিজ্ঞান সন্মত অধ্যয়নক বহুদূৰ আগুৱাই নিয়াত সহায় কৰিছে। বৰ্ত্তমান অসমৰ অসমীয়া আৰু অন্যান্য জন-জাতীয় ভাষা চৰ্চ্চাৰ ক্ষেত্ৰ খনলৈ বিভিন্নজন ভাষা বিজ্ঞানী আৰু গৱেষকে আগবঢ়োৱা মৌলিক তথ্য সমূহে ভাষাটোৰ প্ৰসাৰৰ লগে লগে গতিশীলতা ৰক্ষা কৰিছে।

ভাষাৰ লগে লগে সাহিত্যই জাতি গঠন প্ৰক্ৰিয়াত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। কবিতাক সাহিত্যৰ আধাৰ বুলি আখ্যা দিয়া হয়। জীৱন ধাৰণৰ প্ৰণালীৰ ৰূপান্তৰিত হ'ল। কেই শতিকামানৰ আগলৈকে সাহিত্য বুলি ক'লে কবিতাকেই বুজোৱা হৈছিল। আদিম মানৱে যেতিয়া মনৰ আনন্দত চিঞৰি উঠিছিল তাতেই ফুটি উঠিছিল কাব্যিক ধ্বনি আৰু গীতৰ সুৰ। সেইয়া আছিল মনৰ অনুভূতি প্ৰকাশৰ ভাষা- আবেগৰ ভাষা। সেই ভাষাত আছিল এক সুৰ; কাব্যিক সুৰ। কিন্তু যান্ত্ৰিক সভ্যত গা কৰি উঠাৰ লগে লগে গদ্যই কাব্যিক ক্ষেত্ৰখন দখল কৰি ললে। গদ্য সাহিত্যৰ সম্প্ৰসাৰণ ঘটিবলৈ লোৱাৰ লগে লগে সাহিত্যৰ সুঁতিটোক বৰ্ত্তমানৰ নিৰস গদ্যৰে স্থলাভিষিক্ত কৰিলে।

সাহিত্যৰ আধাৰ হ'ল গ্ৰন্থ- যাৰ পৰিধি আকাশচুম্বী আৰু প্ৰভাৱ দিগন্ত বিয়পা। গ্ৰন্থ একোখনত লেখকে আখৰৰ সমষ্টিৰে ব্যক্তি বা সমাজৰ আশা নিৰাশা, প্ৰাপ্তি-অপ্ৰাপ্তি, উত্থান-পতন আদিৰ ছবি অংকিত কৰে। একোখন মহৎ গ্ৰন্থই সমাজ এখনক জোকাৰি যায়। সমাজৰ ব্যক্তি বিশেষৰ চৰিত্ৰই গ্ৰন্থৰো চৰিত্ৰ। বৰ্ত্তমান মানুহৰ জীৱনশৈলী আৰু চিন্তাধাৰা বহুমুখী হৈ পৰিছে। নিত্য ব্যৱহাৰ্য্য সা-সামগ্ৰীৰ ক্ষেত্ৰটো আমূল পৰিবৰ্ত্তন সূচনা হৈছে। পুৰণি মূল্যবোধলৈ আমুল পৰিবৰ্তন আহিছে। গ্ৰন্থ প্ৰণেতা সকলেও নতুন চিন্তা ধাৰাৰে ধাবমান হ'বলৈ বাধ্য হৈছে।

জাতিৰ বিপৰ্যয়ৰ সময়ত সাহিত্যিকৰ ভূমিকা নিতান্তই গুৰুত্বপূৰ্ণ। পংগু জাতি এটাক উৎকৃষ্ট গ্ৰন্থই নতুন জীৱন দিব পাৰে। জাতিৰ সংকট কালত সাহিত্যিক, চিন্তাবিদ আৰু সমাজ বিজ্ঞানী সকলে অস্থিৰ অৱস্থাৰ মূল কাৰণ চিহ্নিত কৰি তাৰ প্ৰতিকাৰৰ উপায় উদ্ভাৱন কৰাৰ গধুৰ দায়িত্ব বহন কৰিব লাগিব। পৰাক্ৰম আৰু পাৰদৰ্শিতাৰ ওপৰতহে জাতিটোৰ সন্মান আৰু স্থায়ীত্ব নিৰ্ভৰ কৰে।

প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ অসম নানান জাতি-জনজাতি আৰু ভাষা সংস্কৃতিৰ দ্বাৰাও সমৃদ্ধ। প্ৰাচীন স্থাপত্য আৰু ভাস্কৰ্য সমূহো অসমীয়া জাতিৰ অনুপম আৰু আপুৰুগীয়া সম্পদ। উমৈহতীয়া ভাবে অসমীয়া ভাষাই একত্ৰিত কৰা অসমৰ জাতি-জনজাতি সমূহৰ নিজৰ নিজৰ স্বকীয় উপ-ভাষা আছে। মৌখিক সাহিত্য আৰু লিখিত সাহিত্য হিচাপে, বিভক্ত কৰিব পৰা অসমীয়া ভাষা আৰু সাহিত্যই অসমৰ সামাজিক, সাংস্কৃতিক, ধৰ্মীয় আদি দিশক সবল কৰি ৰাখিছে। ফকৰা-যোজনা, ডাকৰ বচন, লোকগীত, প্ৰবচন আৰু সাধুকথা সমূহ এটা সময়লৈকে মৌখিক জগতত আছিল যদিও বৰ্ত্তমান ইয়াৰ সংৰক্ষণৰ তাগিদাত লিখিত ভাবে পোৱাৰ সুবিধা হোৱাটো ভাষাটোৰ বাবে শুভলক্ষণ। ইয়াৰ উপৰিও বিহুগীত, হুচৰি গীত, বনগীত, বনঘোষা সমূহো অলিখিত সাহিত্য হৈ নিৰ্জন বনস্থলীত আছিল। বৰ্ত্তমান এই সকলোবোৰেই লিখিত ৰূপ লৈ সাহিত্যৰ ভঁৰাল চহকী কৰিছে। সাধুকথা আৰু তন্ত্ৰ মন্ত্ৰ আদিও প্ৰাচীন কালৰ পৰাই প্ৰচলিত হৈ আহিছে। ইয়াৰ উপৰিও গৰখীয়া গীত, আইনাম, বিয়ানাম, ধাই নাম, দিহা নাম, নিচুকণি গীত, বাৰমাহী গীত, নাও খেলৰ গীত আদি অসমীয়া ভাষাক সুৰদি সুৰীয়া কৰা বিশেষ উপকৰণ। এই সকলো সম্পদৰ জৰিয়তে অসমীয়াৰ জাতীয় মানসিকতা, ভাবধাৰা, সুখ-দুখৰ ধাৰণা, সামাজিক জীৱনৰ চিত্ৰ, প্ৰাকৃতিক শোভা, মানুহৰ ধৰ্ম বিশ্বাস আদি প্ৰতিফলিত হয়। ইয়াৰোপৰি ভাষা-সাহিত্যক সাৱলীলতা প্ৰদান কৰাৰ লগতেই সৰ্বসাধাৰণৰ জ্ঞান ভাণ্ডাৰ সমৃদ্ধ কৰিছে।

আৰ্য সংস্কৃতিৰ মূলৰ পৰাই অসমীয়া সংস্কৃতিৰ উৎপত্তি বুলি কোৱা হয়। ভিন্ ভিন্ জনগোষ্ঠীৰ আধাৰতেই বৃহৎ অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে। জাতি-উপজাতিৰ সংমিশ্ৰণত গঢ়ি উঠা অসমীয়া সংস্কৃতি হ'ল সমন্বয়ৰ সংস্কৃতি। এখন বৃহৎ সমাজৰ আচাৰ- আচৰণ, নীতি নিয়ম, জীৱন প্ৰণালী আৰু কৰ্ম পদ্ধতিৰ বৰ্হিঃ প্ৰকাশেই হ'ল সংস্কৃতি। বিভিন্ন ব্যক্তিৰ সমষ্টিৰ গঢ় দিয়া এখন সমাজ আৰু সংস্কৃতি ওতঃপ্ৰোত ভাৱে জড়িত। এটাই আনটোৰ প্ৰতিফলন ঘটাই। সংস্কৃতিৰ গাম্ভীৰ্য আৰু গুৰুত্ব নিৰ্ভৰ কৰে সমাজৰ লোক সকলৰ জীৱন নিৰ্ব্বাহৰ মানদণ্ড, চিন্তা ধাৰা, ব্যক্তিত্ব আৰু চিন্তাৰ সুস্থতাৰ ওপৰত। সংস্কৃতিয়ে এটা জাতিৰ পৰিকল্পনা, চিন্তা আৰু কামৰ শ্ৰেষ্ঠ অংশখিনিক প্ৰতিফলন ঘটায় আৰু জাতিৰ আদৰ্শ গঢ় দিয়ে। সংস্কৃতিৰ জন্ম হয় আৰু সভ্যতাও সংস্কৃতিৰ দ্বাৰাই প্ৰভাৱান্বিত হয়।

সময়ৰ সংঘাট, সংমিশ্ৰণ আৰু সমীকৰণৰ ফলত সংস্কৃতিৰ ৰূপান্তৰ ঘটিছে আৰু সংস্কৃতিৰ পৰিবৰ্তিত ৰূপ দেখা গৈছে। ইয়াৰ মাজতেই অসমীয়া সংস্কৃতি নিজস্ব ৰূপত অনন্য হৈ আছে আৰু স্বকীয়তাক বৰ্ত্তমানলৈকে বজাই ৰাখিছে বুলি ক'ব পাৰি। পশ্চিমীয়া সংস্কৃতিয়ে অসমীয়াৰ সংস্কৃতিক ৰঘুমলাৰ দৰে মেৰিয়াই ধৰিছে যদিও আমাৰ সাতাম পুৰুষীয়া সংস্কৃতিৰ এক সুকীয়া বৈশিষ্ট্য বৰ্ত্তমানো বিদ্যমান। সংস্কৃতিৰ কালজয়ী ৰূপৰ চিৰ শাশ্বত আনন্দ অসমীয়াৰ লোক জীৱনৰ আঁহে আঁহে আৰু সমাজ জীৱনৰ পাহে পাহে অম্লান হৈ আছে। কিয়নো সংস্কৃতি হ'ল মানৱ জীৱনৰ সঞ্জীৱনী শক্তি-আনন্দৰ আধাৰ-সৃষ্টিৰ ক্ষমতা। ❖❖❖

# বিহু আমাৰ সংহতিৰ প্ৰতীক

✍ সুপ্ৰভা মেধি

*"বহাগ মাথোএটি ঋতু নহয়।*
*নহয় বহাগ এটি মাহ,*
*অসমীয়া জাতিৰ ই আয়ুস ৰেখা*
*জন জীৱনৰ ই সাহ।"*

অৰ্থাৎ ৰঙালী বিহু থাকে মানে, অসমীয়া জাতি সদায়ে থাকিব। বিহু অসমীয়া জন সংস্কৃতিৰ এখন ফুলাম গামোচা সদৃশ। বিভিন্ন ফুলৰ মৌ আহৰণ কৰি যেনেকৈ মৌচাক তৈয়াৰ হয়, সেইদৰে বিভিন্ন জাতি-উপজাতিলৈ অসমীয়া সংস্কৃতিৰ মৌচাক হ'ল-বিহু। অসমৰ প্ৰাচীনতম জনগোষ্ঠী সমূহেই বিহুৰ স্ৰষ্টা আৰু ৰূপকাৰ। অসমৰ বিহু উৎসৱৰ মূল অনুপ্ৰেৰণা নৃত্য, গীত,টকা-পেঁপা,গগনা, কৰতাল, বাঁহী, ঢোল আদি বাজনাৰ প্ৰয়োগ আৰু বিহুৰ সময়ত সমূহীয়া মাছমৰা, পহু চিকাৰ ইত্যাদি বোৰেই তিৰ্ব্বতবৰ্মী কিৰাতৰ দৰে বুলিও বিহুক কয়।

বিহু গীতৰ মূল বিষয় হৈছে প্ৰেম আৰু মিলন। বিহু উৎসৱৰ লগত বৰদৈচিলাৰ নিবিড় সম্বন্ধ আছে। বহাগ মাহৰ আগে আগে বৰদৈচিলাই ফাটমেলা ধৰিত্ৰীক তথা প্ৰকৃতিক সজীৱ কৰি তুলিবলৈ আৰু অসমবাসীক আগজাননী দিবলৈ মাকৰ ঘৰলৈ এভুমুকি মাৰি যায়। ৰঙালী বিহুৱে আনে অসমীয়া জাতি-উপজাতিৰ মাজত আনন্দৰ জোৱাৰ আৰু ঐক্যৰ মধুৰ সংহতি। বিভিন্ন জনগোষ্ঠীৰ মাজত বিভিন্ন শব্দৰে এই বিহু পালন কৰা হয়। বিহু আচলতে এপাহি কপৌ ফুলৰ বিভিন্ন ৰঙৰ পাপৰিৰ সাঁচ। সংস্কৃত "বিষুবন", বড়োৰ "বৈছাগু"ইত্যাদিৰ পৰা বিহু শব্দৰ উৎপত্তি হৈছে। চীন মঙ্গোলীয় তিৰ্ব্বতবৰ্মী শাখাক বৃহত্তৰ বড়ো গোষ্ঠী বুলি অনুমান কৰিব পাৰি। বৃহত্তৰ বড়ো জাতিৰ বিভিন্ন শাখা যেনে- "চুতীয়া" সকলে বহাগ বিহুক "বিচ" আৰু ডিমাছাসকলে "বিচু" ইত্যাদিৰে অভিহিত কৰে। বড়োসকলে বহাগ বিহুক "বৈছাগু" বুলি কয় আৰু এই বৈছাগু শব্দৰ পৰা বিহু শব্দটো উদ্ভৱ হোৱা বুলি ক'ব পাৰি। বিহুৰ লগত অসমীয়াৰ অতি আদৰৰ বস্তু হ'ল ফুলাম জাপি। ইও বড়ো সকলৰ অৱদান। কৃষিজীৱি মানুহৰ সঁজুলি হ'ল জাপি। বড়ো সকলে এই জাপিক "খফৰি" বুলি কয়। অৰ্থাৎ বড়োসকলৰ "খফৰি ছিবনায় মীছানায়" জাপি নৃত্য বুলি এবিধ নৃত্য আছে। এই নৃত্য কৃষিজীৱি কৰ্মৰ লগত জড়িত। জাপি লৈ নৃত্য কৰা অসমীয়া বিহু নৃত্য আছে। বড়োসকলৰ ফুলাম জাপিৰ ৰূপত জাপিটোৱে অসমীয়া সমাজত বিকশিত হৈছে। অসমীয়া "হুচৰি" শব্দটোৰ উৎপত্তি স্থলো বড়ো শব্দৰ পৰাই। কাৰণ বড়ো সকলে "বৈছাগু" দিনত প্ৰতি ঘৰে ঘৰে এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ নাচি নাচি বৈছাগু মাগিবলৈ যায় আৰু গৃহস্থয়ো বিহুৱাসকলক ইচ্ছামতে ধান-চাউল, কাপোৰ কানি, টকা-পইচা আদি দিয়ে। গুৰুজনক সেৱা জনাই আশীৰ্বাদ বিচাৰে। পিতৃ-মাতৃক নাইবা জ্যেষ্ঠলোকক সেৱা আৰু শ্ৰদ্ধা জনালে ডাঙৰে সৰুক মৰম চেনেহেৰে আৰ্শীবাদ দিয়ে। এইদৰে বিহুৰ দিনাই হিয়াৰ ভাৱৰ স্নেহ মৰম প্ৰদানেৰে বিহু শব্দৰ তাৎপৰ্য বিহু শব্দটোৰ বিষয়ে বিভিন্ন মত প্ৰকাশ কৰিছে। "বিহু" শব্দটো আহোম শব্দত "বৈ" (পূজা) "হু" (গৰু) বিহুৰ পৰা হোৱা বুলিও কোনো পণ্ডিতে কয়।

বিহু অসমীয়া জাতিৰ বাপতি সাহোন। অসমীয়া জাতিৰ প্ৰতিটো স্পন্দন, প্ৰতিটো অনুভূতি বিহুৰ বুকুতে চিৰ প্ৰবাহিত, চিৰ প্ৰতিফলিত হৈ আহিছে বৃহত্তৰ অসমীয়া জাতি হিচাবে গঢ় লৈ উঠা প্ৰতিজন ব্যক্তিৰ জীৱনটো কৃষিৰ লগত জড়িত হৈ আছে। অসমীয়া জাতিটোৰ বিভিন্ন জনগোষ্ঠীৰ অতি আপোন এই বিহুটি মূলতে কৃষি সংস্কৃতিৰ আনন্দ উৎসৱ। লোক বিশ্বাসৰ ভেটিতেই এদিন বিহুৰ

উৎপত্তি হৈছিল। বিহুত শ্ৰদ্ধা আৰু চেনেহৰ উপহাৰ বুলি বিহুৱান দিবলৈ শিপিনীৰ তাঁতশালত দোৰপতি ঘনাই চলিব ধৰে, বিহুটি আহি নৌপাওঁতেই ভমকা ফুলীয়া আৰু সপোনৰ ফুলবছা বিহুৱান ওলাবই লাগিব।

প্ৰাচীন কালৰে পৰা নাৰীয়ে প্ৰসাধন আদি ব্যৱহাৰৰ যোগেদি সৌন্দৰ্য্য বোধৰ পৰিচয় দি আহিছে। এই প্ৰসাধনবোৰৰ ভিতৰত জেতুকাৰ বোল হল অন্যতম আকৰ্ষণ। জেতুকাৰ ব্যৱহাৰে বিভিন্ন ৰোগ নিৰাময় কৰিব পাৰে বুলি অসমীয়া নাৰী সমাজত আদিম কালৰ পৰা প্ৰচলিত হৈ অহা লোক বিশ্বাস। আনহাতে কৃষিজীৱি মানুহে গৰুক 'গো-ধন' বুলি মানি আহিছে। গোটেই বছৰটোৰ বাবে বতৰৰ আগজাননী লৈ আহিছে বিহুৰ দিনা গৰুৱে দেখুৱা কিছুমান লক্ষণ প্ৰত্যক্ষ কৰি, নানা বেমাৰ-আজাৰ আঁতৰাই গৰুক দীৰ্ঘায়ু কৰিবলৈ কৃষিজীৱি মানুহে গৰু বিহুৰ দিনা গৰুৰ শিঙত সৰিয়হৰ তেল দি মাহ হালধিয়ে গৰু মালিচ কৰি দীঘলতি, মাখিয়তিৰে কোবাই নৈ বা বিললৈ নি গৰুক গা ধুৱায়। সেই দিনাই গধূলি পৰত গৰুক আক্ৰমণ কৰা মহ ডাঁহ নিবাৰণৰ কাৰণে বিভিন্ন ঔষধি গছৰ পাতেৰে চোতালত "যাগ" দিয়া নিয়ম তাহানিৰ কালৰ পৰা চলি আহিছে। গৰুক প্ৰথমে বিচনীৰ বা দিহে মানুহে গোটেই বছৰটোলৈ বিচনীৰ বা লোৱাৰ নিয়ম।

বিহুৰ আগমনত প্ৰকৃতিয়ে ন-ৰূপ লয়। গছৰ ডালত নতুন-নতুন কুঁহিপাত ধৰে। কপৌ, তগৰ, পলাশ, নাহৰ ফুলে। ঋতুৰাজ বসন্তই প্ৰকৃতিৰ বুকুলৈ আনন্দৰ জোৱাৰ আনে। কুলি, কেতেকীৰ সুৱদি গীতে যৌৱনৰ জোৱাৰ তোলে। আকৌ বিহুত কণী যুঁজালে শস্যৰ উৎপাদন বৃদ্ধি হয় বুলি আদিম কিৰাত সকলে বিশ্বাস কৰিছিল। সেয়েহে কণীক আজিও অসমীয়া সমাজৰ প্ৰজনন শক্তিৰ প্ৰতীক বুলি ভৱা হয়। ধুমুহা, বজ্ৰপাত আদি প্ৰাকৃতিক দুৰ্যোগৰ পৰা ৰক্ষা পাবলৈ বহাগ বিহুৰ দিনা নাহৰ পাতত "হৰ হৰ মহাদেৱ নীলগ্ৰীৱ জটাধৰ, বাতবৃষ্টি হৰদেৱ নমস্তুতে" বুলি লিখা মন্ত্ৰ লিখি ঘৰৰ চালে বেৰে গুজি থোৱা লোক বিশ্বাস এতিয়াও আছে। লোক বিশ্বাসৰ ভেটিতেই বিহুৰ গজালি মেলিছিল। নৃত্য-গীতৰ সুমধুৰ মুৰ্চ্ছনাত কৃষ্টিভূমি উৰ্ব্বৰা হৈছিল। আমাৰ বিহু নাচত ব্যৱহৃত সাজ-পাৰৰো এটা সুকীয়াবৈশিষ্ট্য আছে। বিহু নাচৰ প্ৰধানবিহুৱতীৰ সাজযোৰ হ'ল- ফুলাম মুগাৰ ৰিহা, মেখেলা, চাদৰ। অসমীয়া তিৰোতাৰ সাজপাৰত গহনা গাঁঠিৰিৰেও সৌন্দৰ্য্যৰ যোগান ধৰিছিল- কেৰু, লংকেক, কৰিয়া, গেজেৰা, মাদুলীমনি, কেটমনি, পোৱালমনি, গলপতা, সাতসৰী, দুগদুগী, বেনা, চিৰিপতি,থুৰীয়া, গোটখাৰু, গামখাৰু, নেজপতীয়া আঙুঠি, বাখৰ পতোৱা হীৰা খটোৱা, মিনা কৰা, সুৱগা চৰোৱা ইত্যাদি গহনা গাঁঠৰি অসমীয়া তিৰোতাৰ সংস্কৃতিৰ প্ৰতীক আছিল। সংস্কৃতিয়েই মানৱ জীৱনৰ আধাৰ। জীৱনেই হৈছে সংস্কৃতি আৰু সংস্কৃতিয়েই হৈছে জীৱন। ৰঙালীৰ ৰঙে আনি দিয়ে অসমৰ বিভিন্ন ভাষা গোষ্ঠীৰ ঐক্য, সংহতিৰ বিভিন্ন ৰঙেৰে ফুলি উঠা এপাহ কপৌফুল।। ড° ভূপেন হাজৰিকাদেৱৰ ভাষাত গাবলৈ হ'লে-

*"বহাগ মাথো বিহুতলী নহয়,*
*নহয় ই নিশা ফুলা ফুল*
*বহাগেই আনি দিয়ে সমদল গতি*
*নেওচি জাতি কুল,*
*ই প্ৰভেদ কৰেহি নাশ।*
*বহাগ মাথো বিহুগীত নহয়*
*ইনাই বিনাই গোৱা*
*বহাগ এখনি সৃষ্টি দলিল*
*সূৰ্য্যৰ জ্যোতিত পোৱা*
*বহাগেই এন্ধাৰ নাশ।*

❖❖❖





# অসমীয়া সংস্কৃতিৰ লোক ৰন্ধন পৰম্পৰা

✍ সঞ্জীৱ উপাধ্যায়
নকাৰী-১, উত্তৰ লক্ষীমপুৰ

সংস্কাৰমূলক সংস্কৃতি মানৱ সমাজৰ সৃষ্টি। মানুহ সমাজপ্ৰিয় জীৱ হোৱা বাবে ঐতিহাসিক পৰিক্ৰমা, মানৱ সমাজত প্ৰকৃতি আদিৰ আধাৰত সংস্কৃতিৰ পৰিবৰ্তন ঘটে। লোক সংস্কৃতিৰ এক অন্যতম ভৌতিক কলা (Material Culture)। লোক সাহিত্য, লোকাচাৰ আৰু লোক পৰিৱেশ্য কলাৰ দৰেই ভৌতিক কলায়ো লোক সংস্কৃতিৰ এক বিস্তৃত দিশ আগুৰি আছে। মানুহ জীয়াই থাকিবলৈ মূখ্যতঃ খাদ্য বাসস্থান আৰু বস্ত্ৰৰ প্ৰয়োজন।

অসমৰ প্ৰায়ে উৎসৱ সমূহ কৃষিকৰ্মৰ লগত সম্পৰ্ক। অসমৰ প্ৰধান আৰু আদৰৰ উৎসৱ হৈছে বহাগ বিহু নতুবা ৰঙালী বিহু। ঋতুৰাজ বসন্তকালত উদ্‌যাপিত হোৱা এই উৎসৱত প্ৰকৃতিৰ নান্দনিক দৃশ্যত সাজ-পোছাক, বাদ্য যন্ত্ৰ আৰু লোক ৰন্ধন কলাত উৎসৱমুখৰ হৈ পৰে সমগ্ৰ পৰিৱেশ। বিহুৰ নৃত্য-গীত, সাজ-পোছাক প্ৰভতি আৰু ধৰ্মীয় পৰম্পৰাৰ ওপৰত প্ৰায়েই আলোচনা কৰা দেখা যায় যদিও লোক ৰন্ধন পৰম্পৰাৰ ওপৰত বিশেষকৈ কম দেখা যায়। এই সংক্ষিপ্ত লেখাত অতি প্ৰয়োজনীয় লোক ৰন্ধন (খাদ্য) প্ৰণালীৰ ওপৰত কিছু উল্লেখ কৰাৰ প্ৰয়াস কৰা হৈছে।

অসমৰ জাতি-ধৰ্ম, বৰ্ণ, নিৰ্বিশেষে ভাতেই প্ৰধান খাদ্য হিচাপে ব্যৱহাৰ হৈ আহিছে। ভাতৰ ভিতৰত আৰৈ, অখুৱা চাউলৰ ভাতেই মূল। এই চাউল জহা, মাগুৰি, আইজং, শালি, শুৱাগমনি, আহু ধানৰ পৰা আহৰণ কৰা হয়। ভাতৰ ভিতৰত বাহী, পইতা, কৰ্কৰা ভাত খোৱাৰ নিয়ম আছে যদিও বৰ্তমান আধুনিক সমাজত পোলাও, মিষ্টান্ন আৰু ফ্ৰাই ৰাইচৰ প্ৰচলন হোৱা দেখা যায়। ভাতৰ প্ৰচলন বেছি যদিও কিছুলোকে ৰাতি ৰুটি খোৱাৰ নিয়ম কৰি লৈছে। এইদৰে বিভিন্ন পদ্ধতিৰে প্ৰস্তুত কৰা চাউলৰ লগত ভিন্ন প্ৰকাৰৰ জুতিলগা ব্যঞ্জনৰ প্ৰস্তুত অসমৰ মানুহৰ পৰম্পৰা।

ধান-চাউলৰ পৰা প্ৰস্তুত কৰা অসমীয়া জলপান অসমৰ জনজীৱনৰ অতি প্ৰিয়। চিৰা, মুৰি, কোমল চাউল, মুৰিৰ লাড়ু, সান্দহ, পিঠাগুৰি, গোটকৰাই, বৰা চাউল, আখৈ, ডেৰাভজা, পিঠাই প্ৰধান। পিঠাৰ ভিতৰত তিলদিয়া পিঠা, লাওপিঠা, কল পিঠা, টেকেলি পিঠা, চুঙা পিঠা, ঘিলা পিঠা, পানীপিঠা, সুতলনী পিঠা, তৰাপিঠা আদি উল্লেখযোগ্য। গাখীৰৰ পৰাও বিভিন্ন মিঠাই প্ৰস্তুত কৰাৰ ওপৰিও পৰমান উৎকৃষ্ট জলপান। কোমল চাউল, চিৰা, মুৰিত গাখীৰ, দৈ, গুৰ দি তৃপ্তিৰে খোৱাৰ পৰম্পৰা আছে। পিঠাগুৰিৰ লগত ভীমকল দি খোৱা তৃপ্তিদায়ক। গাখীৰ পিঠাগুৰি আৰু আঠীয়া কলেৰে কৰা লুথুৰি কেঁচুঁৱাৰ বাবে উৎকৃষ্ট খাদ্য হিচাবে বিবেচিত হৈছে। বৰ্তমান বীমকলৰ দ্বাৰা প্ৰস্তুত ভীমপাওদাৰো পোৱা যায়।

জলপানৰ দৰে ফলাহাৰো খাদ্যহিচাপে ঘৰত নতুবা নাম প্ৰসংগত ব্যৱহাৰ কৰা হয়। অসমত নামঘৰত অনুষ্ঠিত হোৱা নতুবা ঘৰত অনুষ্ঠিত হোৱা ধৰ্মীয় অনুষ্ঠিত মাহ প্ৰসাদ আগবঢ়োৱা নিয়ম অন্য ঠাইত দেখিবলৈ পোৱা নাযায়। কল, কুহিঁয়াৰ, নাৰিকল, নাচপতি, আপেল, আঙুৰ আদি পুষ্টিকৰ ফলাহাৰ পূজা পাৰ্বনত প্ৰসাদ হিচাবেও আগবঢ়োৱা পৰম্পৰা অসমত বহুলভাৱে প্ৰচলিত। লগত ধূপ ধূনা, নাম প্ৰসংগ উল্লেখযোগ্য।

ভাতৰ লগত ব্যৱহৃত হোৱা ব্যঞ্জন বা আঞ্জাসমূহো প্ৰস্তুত কৰণত এক বিশেষ ৰন্ধন কলা প্ৰয়োগ কৰা হয়। ৰন্ধন অনুযায়ী আঞ্জাক টেঙা, তিতা আৰু খাৰ এই তিনি পৰ্যায়ত ভগাব পাৰি। শাক-পাচলিৰ ভিতৰত লফা, চুকা, কচুশাক, খুতুৰা, ঢেকীয়া, মাটিকাদুৰি, মধুসোলেং, টেঙামৰা, কলমৌ, মানিমুনি, টেঙেচি আদি টেঙা আঞ্জাৰ ভিতৰত পৰে। এই শাক-পাচলিবোৰ ৰান্ধোতে ঔ, তেতেলি,

জলফাই, কৰ্দৈ, বগৰি অথবা কৰ্জা, কেচা ঠেকেৰা আদিৰ ৰস দিয়া হয়। ইয়াত বিটা বিটা সাছ দিয়াৰো নিয়ম আছে। মাংস ৰান্ধোতেও লাও, কোমোৰা, আলু আদি মিশ্ৰন কৰাৰো পৰম্পৰা আছে।

তিতা খোৱাৰ অভ্যাস অসমীয়া মানুহৰ ৰন্ধন প্ৰকৰণত পোৱা যায়। সাধাৰণতে শোকোতা, তিতাফুল, দোৰোণ বন, শুকলতি, বেতগাজ, নৰসিংহ, তিতা কেৰেলা, মহানিম, হেলচি, ভেকুৰিতিতা, শেৱালীফুল, মৰাপাট আদি তিতা পাচলি হিচাবে ব্যৱহাৰ কৰা হয়। খাৰৰ প্ৰতি অসমীয়া মানুহৰ আকৰ্ষন ইমানেই বেছি যে, যাৰ বাবে নেকি কিছুলোকে খাৰখোৱা অসমীয়া বুলিও ধেমালি কৰে। খাৰ দুবিধ-সৎ খাৰ আৰু কলাখাৰ। দলনিত হোৱা শাকৰ পৰা সৎখাৰ আৰু কলগছৰ পৰা কলাখাৰ প্ৰস্তুত কৰা হয়। সাধাৰণতে মাটিমাহ, কোমোৰা, বৰালিমাছৰ খাৰৰ ব্যঞ্জন গাঁৱলীয়া ভোজপাতত বিশেষভাৱে প্ৰচলন পৰিলক্ষিত হয়। পচলাও মূলতঃ খাৰ ব্যঞ্জন। লোকজীৱনত সাধাৰণতে মগুমাহ, মাটিমাহ, কলামাহ আদিৰেই অধিক প্ৰচলন দেখা যায়। আজিকালি অৱশ্যে মচুৰ দাইলৰ প্ৰাধান্য পৰিলক্ষিত হয়। দাইল ৰন্ধা প্ৰকৰণ পুথিসমূহত পোৱা যায় এইদৰে-

*"মগুৰ দালিত মৃত চিনি চুড়া দিল*
*আতি ভাল কৰি তাক মসুৰে ৰান্ধিল*
*আদা লোন, যনী জিৰা মৰিচক দিল।"*

মাছৰ সুবিধাটাতো দাইল আৰু চাউল দিয়া নিয়ম। তেনেদৰে জাল-ব্যঞ্জনতো জালুক, জলকীয়াৰ প্ৰয়োগ কৰা হয়।

ৰোগ ব্যাধি নিৰাময় আৰু শৰীৰৰ শক্তি নিৰাময় আৰু শৰীৰৰ শক্তি বঢ়াবলৈও বেলেগ বেলেগ মুখৰোচক ব্যঞ্জন প্ৰস্তুত কৰা হয়। এইবোৰৰ ভিতৰত ভেদাই লতা, মানিমুনি, হেলেঞ্চি, মাটকাদুৰি, হাঁহঠেঙীয়া, ভূতমূলা, নিমপাত, নৰসিংহ, কোৰোলা শাক, ডিমৰু, পুৰাকল, কুজী ঠেকেৰা, কৰ্দৈ পাতোজা আদি উল্লেখযোগ্য। এইবোৰ শাকৰ লগত কাৱৈ, গৰৈ, শ'ল, মাগুৰ আদি মাছ ব্যবহাৰ কৰা হয়। দুৰ্বল আৰু অসুখীয়া লোকক শিঙি, মাগুৰ মাছৰ জোল খোৱালে বল শক্তি বৃদ্ধি পায়। মছলা হিচাবে সৰিয়হ তেল, নিমখ, হালধি, আদা, নহৰু, ধনীয়া, জিৰা, জালুক, জলকীয়া, নহৰু, মিথি, কৰ্পুৰ, হিং, ইলাচী, দালচেনী, লং, তেজপাত আদি ব্যবহাৰ কৰে।

প্ৰধান আঞ্জা বা ব্যঞ্জনৰ উপৰিও পুৰি, ভাজি, খৰিকাত দি, পাতত দি, মাছ মঙহ, পুৰাকল, আলু, ফলৰ গুটি, শাক-পাচলি আদি খোৱাৰ পৰম্পৰা চলি আহিছে। খৰিছা, থেকেৰা, বগৰীগুৰি আদি নিমখ-তেল সানি ভাতৰ লগত খোৱা হয়। খোৱা লোৱাৰ পিছত মুখ শুদ্ধিৰ বাবে তামোল পান আদা, জ্যেষ্ঠমধু, পানমছলা আমলখি, শিলিখা আদি খোৱা নিয়ম প্ৰচলিত।

জনজাতীয় পৰম্পৰাত গাহৰি মাংস, নামচিং, শুকান মাছ, পৰুৱা টোপ, লেটা, আদি যিমান প্ৰিয় সেইদৰে আপং, সাজ, চাইমদ সিমানেই জনপ্ৰিয়। বিবিধ খাদ্যদ্ৰব্য যেনেদৰে জুতি বুদ্ধিৰে খোৱাৰ পৰম্পৰা আছে তেনেদৰে এশবিধ শাক খোৱাৰো নিয়ম চলি আহিছে। আকৌ কিছুমান বাধা নিষেধো নথকা নহয়। যেনেদৰে প্ৰতিপদত কোমোৰা, দ্বিতীয়াত খাৰুৱা বেঙেনা, তৃতীয়াত পটল, চতুৰ্থীত মূলা, পঞ্চমীত বেল, ষষ্ঠীত ঢেকীয়া, সপ্তমীত তাল, অষ্টমীত নাৰিকল, নৱমীত লাও, দশমীত কলমৌ, একাদ্বশীত উৰহী, দ্বাদশীত পুৰৈ, ত্ৰয়োদ্বশীত বেঙেনা, চতুদৰ্শীত কলামাহ, পুৰ্ণিমাত বা আউসী তথা সংক্ৰান্তিত মাছ-মাংস খোৱা নিষেদৰ কথা পুথিসমূহত পোৱা যায়। এইদৰে সংক্ষেপে ৰন্ধন কলাৰ বিষয়ে আলোচনা কৰা হ'ল। ❖❖❖



# বিহু বিহু লাগিছে গাত

✍ কমল শইকীয়া
উত্তৰ লক্ষীমপুৰ

*"চ'তে গৈয়ে গৈয়ে বহাগে পালেহি, ফুলিলে ভেবেলী লতা*
*কৈনো থাকো মানে ওৰকে নপৰে, আমাৰে বিহুৰে কথা।"*

"বিহু বিহু লাগিছে গাত"। ফাগুনৰ উৰুঙা ফাকেদি সুৰুঙা বিচাৰি আগমন হৈছে বসন্তৰ। লগত লৈ আহিছে ৰামধেনুৰ সাতোটা ৰঙৰে সমৃদ্ধ বহাগ বিহু তথা ৰঙালী বিহুৰ সুমধুৰ ৰঙালী বতৰা। অসমৰ তিনিটা বিহু, আখ্যা পাইছে বাপতি সাহোন। ৰঙালী বিহু তাৰে এটা যদিও ইয়াৰ ব্যতিক্ৰমী কাৰ্য্যসূচী আছে, হাঁহি, ধেমালী আৰু বিভিন্ন ৰং-বিৰঙৰ কাৰ্য্যসূচীৰে সমৃদ্ধ অসমৰ ৰঙালী বিহু। জাতি, ধৰ্ম, ভাষাৰ প্ৰভেদ নাই, নাই ৰাজনীতি, আছে কৰ্ম্মনীতি। জনজীৱনৰ লগত সঙ্গতি ৰাখি উদ্‌যাপন হয় ৰঙালী বিহু। অসমৰ প্ৰতিখন জিলাতে, প্ৰতিটো অঞ্চল, প্ৰান্তৰত নিৰৱিচিন্ন ভাৱে। বিশেষকৈ উজনী অসমৰ জিলাবোৰত ৰঙালী বিহু সমাবেশ, ৰঙালী বিহুৰ বিভিন্ন কাৰ্য্যসূচী ৰূপায়িত হয় স্বতসিৰ্দ্ধ ভাৱে আদৰণি জনোৱা হয় মুকলি মনেৰে, ৰূপায়িত হয় আবাল বৃদ্ধ বনিতাৰ সন্তোষ্টিৰ বাবে। ভাৱ আছে ভক্তি আছে, মৰম-প্ৰীতি সম্প্ৰীতি আছে আৰু আছে ঐক্যবদ্ধতা সাৰ্বজনীনভাৱে। এই আদৰণি সাৰ্বজনীনতাক কোনো ভাষাৰেই বৰ্ণনা কৰিব নোৱাৰি। বিহুৰ সংজ্ঞা আছে, কিন্তু ৰঙালী বিহুৰ কোনো সংজ্ঞাৰেই ল'ব নোৱাৰি। ইয়াৰ গ্ৰহণযোগ্যতা বৰ লুইতৰ পানীৰ দৰেই সত্য অবিৰত আৰু স্বতঃস্ফুৰ্ত। আমি অসমীয়া। অসমত বসবাস কৰা সকলো লোকৰ বাবেই এই বিহু আদৰণীয়, উপভোগ্য। সৰ্বব্যাপী আৰু সৰ্বত্ত পূজনীয়।

লক্ষীমপুৰৰ বিহুৰ এটা সুনাম আছে। বিহু সন্মিলন উদ্‌যাপন দিশত প্ৰথমেই নাম ল'ব লাগিব কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন। এই বিহু উদ্‌যাপিত হয় জিলাখনৰ মধ্যস্থলত, চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলপথাৰত প্ৰতিবছৰেই। নাই কোনো ব্যতিক্ৰমী, খেলিমেলি বিশৃংখলতা। বিগত বছৰৰ বিশেষ পদক্ষেপ গ্ৰহণ কৰিছিল বিহু কমিটিয়ে আৰু সেই দিশত কিছু সফলতাও লাভ কৰিছিল। লক্ষীমপুৰ পৌৰ এলেকাৰ আশে-পাশে অঞ্চল বিশেষে বিভিন্ন নামেৰে বিহু সন্মিলনবোৰ অনুষ্ঠিত হয়। লক্ষ্য, উদ্দেশ্য একেটাই। ৰঙালী বিহু উদ্‌যাপন, বিহু আদৰণি, বিহু প্ৰসাৰ আৰু ৰাইজৰ সহযোগিতা, সমৰ্থন, ৰাইজে দিব বিচাৰে বিহুৰ নৃত্য সংস্কৃতি আনন্দ মনোৰঞ্জন। অৱশ্যে এই দিশত কিছু কিছু বিহু মেলা বা সন্মিলন ব্যৱসায়ী গতি বিধিলৈ ৰূপান্তৰ হোৱা পৰিলক্ষিত হয় আৰু ৰাইজে দিব লগা হয় দান-বৰঙণি। কিন্তু লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে বিচাৰিছে মাত্ৰ এখন বিহুমেলা, বিহু সন্মিলনী, পচোৱা, বিহু মেলানীৰ একান্ত সহযোগিতা একেখন বিহু মেলাতেই হওঁক সকলোবোৰৰ যোগদান, যোগসূত্ৰ ৰক্ষা কৰি বিহু কৃষ্টি সংস্কৃতিৰ প্ৰদৰ্শন হওঁক ভেদাভেদ পৰিহাৰ কৰি, ঐক্য সম্প্ৰীতিৰ এনাজৰীৰে সন্মিলিত হওঁক লক্ষীমপুৰ ৰঙালী বিহুৰ উদ্‌যাপন। থলুৱা কৃষ্টি-সংস্কৃতি, থলুৱা শিল্পীৰ হওঁক সমাৰোহ, প্ৰদৰ্শিত হওঁক আটক ধুনীয়া বিহু নৃত্য গীত হুচৰিৰ। আনন্দ প্ৰদান কৰক লক্ষীমপুৰৰ বিহুপ্ৰেমী আবাল-বৃদ্ধ বনিতাক। চিৰ সেউজ কৰি ৰাখক অসমীয়া বাপতি সাহোন বিহুক। ৰঙেৰে আনন্দৰে ঐক্যতাৰে ওপচাই দিয়ক লক্ষীমপুৰৰ ৰঙালী বিহু মেলাৰ বিহুতলী। বিগত বছৰত এই দিশত কিছু সফলতা লাভ কৰা আমাৰ চকুত পৰিছে যদিও এশ শতাংশ সফলতা লাভ কৰিব পৰা নাই। আমি আশা ৰাখিছো এই লক্ষ্য আৰু উদ্দেশ্য এই বছৰৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে এই সফলতা লাভ কৰিব পাৰিব। তাৰ প্ৰমাণ পাইছো বিহু সন্মিলন পতাৰ বাবে অনুষ্ঠিত প্ৰথমখন ৰাজহুৱা সভাৰ ৰাইজৰ উপলব্ধিৰ পৰাই। যি মূলা বাঢ়িব তাৰ দুপাততে চিন। লক্ষীমপুৰীয়া ৰাইজৰ সমৰ্থন পাইছে অভূতপূৰ্বভাৱে। লক্ষ্য লোৱা হৈছে দহ হাজাৰ সদস্যভৰ্ত্তিৰ দহ হাজাৰ লোকৰ সহায় সহযোগ বৰঙণী আদিৰে নদন-বদন হ'ব লক্ষীমপুৰ কেন্দ্ৰীয় বিহু সন্মিলন। এক সন্মিলীত কমিটিও গঠন হৈছে, জনপ্ৰিয় সমাজসেৱক, উদোগী ব্যৱসায়ী সাহিত্য সংস্কৃতিৰ কৰ্ণধাৰ শ্ৰীযুত উদয় শংকৰ হাজৰিকাৰ সভাপতিত্বত। আমি ভাবো এই সন্মিলনে অনুষ্ঠিত কৰিব এক ব্যতিক্ৰমী বিহুমেলা এককভাৱে হাজাৰ হাজাৰ লোকৰ সকলোধৰণৰ সহায় সহযোগ উপস্থিতিৰে। ❖❖❖

# বহাগ বিহুৰ বুকুৰ পৰা হেৰাই গ'ল জেং বিহু

✍ মহেশ্বৰ নাথ
অৱসৰপ্ৰাপ্ত শিক্ষক
ফুলবাৰী হাইস্কুল

বিহু অসমীয়া জাতীয় জীৱনৰ এক অমূল্য সম্পদ। যাক লৈ আমি অতীজৰে পৰা গৌৰৱ কৰি আহিছো। বিহু সমন্বয়ৰ উৎসৱ। বিহু তিনিটা যদিয়ো বহাগ বিহুৰ অসমৰ জনগণে বেচি প্ৰাধান্য দি আহিছে। কিন্তু দুখৰ বিষয় বৰ্তমান অসমৰ জনগণে নিজৰ জাতীয় সংস্কৃতি বিলাকৰ ওপৰত শ্ৰদ্ধা কমাই দিয়া দেখা গৈছে। সেইবাবেই কিছুমান কৃষ্টি সংস্কৃতিৰ মৃত্যুৰ ফালে ঢাল খাই গৈছে। আমাৰ সমাজত লেখক গৱেষকৰ সংখ্যা বাঢ়িছে সমালোচকো কম নহয় কিন্তু হাতে কামে কৰি দেখুওৱা লোকহে কম। বৰ্তমান অসমৰ প্ৰতিটো কলা কৃষ্টি সংস্কৃতি মৃত্যুৰ গৰাহত। দুই এটা সংস্কৃতিয়ে আমাৰ পৰা বিদায় মাগিছে বুলি ধৰিলেও ভুল নহয়। বিশেষকৈ আমাৰ জাতীয় সংস্কৃতিৰ ভিতৰৰে জেং বিহু বৰ্তমান বিলুপ্তিৰ পথত। বাকী কিছুমান কৃষ্টি সংস্কৃতি ভুল শুদ্ধই মঞ্চতে হলেও জীৱিত হৈ আছে। অসমৰ জনজীৱনৰ লগত কৃষ্টি সংস্কৃতিবোৰ সাঙোৰ খাই আছে। এইবোৰ হেৰাই গ'লে আমিও হেৰাই যাব লাগিব এই কথা উপলব্ধি কৰিবৰ সময় আহি পৰিছে। বিহুৰ বিবৰ্তন অতি চিন্তাজনক গাঁওবোৰত বিহুৰ গোন্ধভাপ নাইকিয়া হৈছে। কৰবা ত কোনোবাই গাইছে যদিয়ো মূল সুঁতিৰ পৰা আঁতৰি অহা দেখা গৈছে।

বিহুৰ জন্মৰ চন তাৰিখ নথকাৰ দৰে জেং বিহু কেতিয়া কোনে জন্ম দিলে কোনেও নেজানে। এইটো ঠিক যে জেং বিহু বহাগ বিহুৰ এটা অংশ। আনহাতে অতীজৰে পৰাই অসমত তিৰোতাইহে বিহু গোৱা-বিহুনচা নিয়ম চলি আহিছিল। সেইবাবেই হয়টো গাভৰু সকলে ফালৰি কাটি গৈ স্বতন্ত্ৰ ভাবে অকল বিহু মাৰিবলৈ ল'লে। দুখৰ বিষয় এই জেং বিহুটো এতিয়া পাহৰণীৰ গৰ্ভত লীন গৈছে। ইয়াক এতিয়া পুৰ্ণজীৱিত কৰাও কঠিন হৈ পৰিছে। অৱশ্যে এই জেং বিহুৰ লগত বিশেষ সম্বন্ধ আছে গছ বন হাবি জংঘল। সাধাৰণভাৱে এই বিহু মাৰিছিল জৰিগছ, আহঁত, আমগছৰ তলত। এই গছবোৰ প্ৰায়েই গাঁৱৰ মুৰত হাবিৰ মাজত বা দূৰৈত থকা বাঁহনীৰ মাজত থাকে। গাভৰুহঁতে মনে মনে গৈ সেই গছবোৰৰ তলতেই বিহু মাৰিছিল। জেং বিহুৰ কেইবাটাত নাম আছে জেং, বিহু মাইকী বিহু, গাভৰু বিহু, টকা বিহু। জেং বিহুৰ অৰ্থ হ'ল বিহুমৰা ঠাইত গাভৰুহঁতে শুকান জেং পুতি তাত কেঁচা ডাল-পাত লগাই চক্ৰাকাৰে নাচিছিল আৰু গাইছিল। এই দৰে জেং মাজত থৈ নচাৰ কাৰণে জেং বিহু বুলি কয়। অকল গাভৰুহঁতেই এই বিহু মাৰে বাবে গাভৰু বিহু বা মাইকী বিহু বুলি কোৱা হয়। টকা বিহু অকল টকাৰ বাদে অন্য কোনো বাদ্য ব্যৱহাৰ নকৰাৰ বাবে টকা বিহু বুলি কোৱা হয়। আনহাতে এই বিহুত সুতুলি, গগনাও ব্যৱহাৰ কৰে। অৱশ্যে আজিকালি ওপৰত উল্লেখ কৰা গছ গছনি নেথাকিলেও মানুহৰ বাৰীবোৰ এতিয়াও নোহোৱা হোৱা নাই। গাঁওবোৰত এতিয়া জান-জুৰি নদী কাষৰীয়া ঠাই আছে। সেইদৰে বিহু মাৰিব পৰা ঠাইবোৰ অভাৱ হোৱা নাই। মানুহ শিক্ষিত হ'ল, ছোৱালীবোৰ কলেজত পঢ়া হ'ল। বিহু মাৰিবলৈ লাজ কৰা হ'ল। অসমীয়াৰ কৃষ্টি সংস্কৃতিৰ আয়ুস ৰেখা ডাল ছুটি কৰি পেলাবলৈ কুণ্ঠাবোধ নকৰা হ'ল আজিৰ যুৱক-যুৱতীহঁতে। আধুনিক যুগৰ কালৰূপী বতাহে অসমীয়া জাতিটোক উৰাই লৈ ফুৰিছে বাবেই নিজৰ খোজো পাহৰি গৈছে। আজিৰ পৃথিৱীখন প্ৰতিযোগিতাত নামি পৰিছে, হেৰোৱা কৃষ্টি সংস্কৃতিবোৰ বহুতে পুনৰ উদ্ধাৰ কৰিছে কিন্তু এই ক্ষেত্ৰত আমাৰ ব্যতিক্ৰম ঘটিছে।

পৃথিৱীৰ সকলো দেশতেই খাদ্য শস্য চপোৱাৰ পাছত ৰং আনন্দ কৰাৰ একোটা উৎসৱ থাকে। আমাৰ অসমটো তাৰ ব্যতিক্ৰম নহয়। বতৰৰ অনুকুলে বহাগ বিহুটোকে বিশেষভাৱে হয়টো অতীজত খেতিয়ক সকলে বাচনি কৰি ল'লে। ব'হাগ বিহুৰে এটা অংশ জেং বিহু। জেং বিহুত পুৰুষ যোৱা নিষেধ। গাভৰুহঁতে বিহু আৰম্ভ কৰাৰ দিনা এখন শৰাইত এঠোক তামোল আৰু পান দি সকলোৰে

সেৱা কৰি বিহু আৰম্ভ কৰিছিল। বিহুৰ সুৰ অতি কোমল আৰু শুনি ভাল লগা। চিঞৰি চিঞৰি সুৰ তানি বিহু নেগায়। আমি এই বিহু নিজে দেখা যদিয়ো সেই বিহু তলিত অৰ্থাৎ বিহুৰ মাজত প্ৰৱেশ কৰি পোৱা নাই। আঁতৰৰ পৰা চাবলৈ সুবিধা পাইছিলো। গাভৰু হঁতে মনৰ বেদনা অন্তৰত পুহি থকাৰ দৰে বিহু নামবোৰত গোন্ধ পোৱা যায়। যি সময়ত জেং বিহু প্ৰচলন আছিল, সেই সময়ত গাওঁবোৰত ডেকা-গাভৰু একেলগে ফুৰা চকা অথবা কথা-বতৰা পতাটোও অতি বেয়া কথা বুলি সমাজে গণ্য কৰিছিল। সেই বাবেই হয়টো বিহু তলিত প্ৰৱেশ কৰাটো বাধা আছিল। আজিৰ দৰে ল'ৰা-ছোৱালীয়ে ইজনে সিজনক ভালপাই বিয়া পতা বা পলুৱাই নিয়া কথাটোও সেই সময় বৰ জটিল আছিল। কোনোবাই ছোৱালী পলুৱাই নিলেও এমাহ পৰ্য্যন্ত একে লগে সহবাস কৰাৰ পাছতো মাক-দেউতাকে ঘুৰাই আনি আকৌ অন্য এজনলৈ বিয়া দিয়া আমি নিজ চকুৰে দেখা কথা। তেনেস্থলত জেং বিহু বা মাইকী বিহুত ল'ৰা প্ৰৱেশ হ'বলৈ নিদিয়াটো একো ডাঙৰ কথা হ'ব নোৱাৰে। জেং বিহু আচলতে গোপনীয় বিহু। এই বিহুলৈ গাভৰুহঁতে জুমবান্ধি যোৱা নাছিল। কোনসময়ত গাভৰুহঁতে গৈ বিহু তলি পাবগৈ কোনেও ক'ব নোৱাৰে। কেতিয়াবা দুই এজনী মাক দেউতাকৰ শাসনৰ ফলত নোযোৱাকৈয়ো থাকে। বৰ কঠোৰ শাসনৰ ভিতৰত গাভৰুহঁতে বিহু মাৰিব লগা হয়। সময়ৰ নিৰূপন নাই যদিয়ো দিনৰ ভিতৰতেই বিহু সামৰণি মাৰিব লাগে। এইটো জনা কথা দিনতেই পলাই চুৰ কৰি বিহু মাৰিব লাগে তেনে স্থলত ৰাতিৰ প্ৰশ্নই উঠিব নোৱাৰে। গাঁৱৰ পৰা দূৰৈত গাভৰুহঁতে বিহু মাৰে আৰু নিজৰ মনৰ বেদনাবোৰ ইজনীয়ে সিজনীৰ আগত প্ৰকাশ কৰিবলৈ সুবিধা পায়। যিমান পাৰে মনখুলি ভাল পোৱা ডেকাজনৰ কথাও প্ৰকাশ কৰে। যৌন গন্ধি অশ্লিল ভাৱ প্ৰকাশ নকৰাকৈয়ো নেথাকে। মুকলি মুৰিয়াকৈ মনৰ ভাববোৰ প্ৰকাশ কৰোতে কেতিয়াবা নাম গোৱা এৰি সৰু খুটিতাল গগনা বজাই কঁকাল ভাঙি ভাঙি নাচিছিল। আবেগ অনুভূতিৰ প্ৰৱনতাই কেতিয়াবা গাভৰুহঁতক বৰ প্ৰৱল ভাবে হেঁচা দি ধৰিছিল। জীৱনৰ আনন্দত, প্ৰেমৰ উন্মাদনাত কেতিয়াবা নিজৰ ঘৰখনকো পাহৰি গৈছিল। সেই আনন্দ আজিৰ চাম গাভৰুহঁতে উপলব্ধি কৰিব পৰা নাই বাবেই জেং বিহুৰ ওপৰত আস্থা নাইকীয়া হৈছে।

সেউজ ধৰণীয়ে মাতি আনে কুলি-কেতেকীৰো লগত আহে বৰদৈচিলা। তেতিয়াহে আহে আমাৰ বহাগী বাই। সঁচাই বিনন্দীয়া পৃথিৱীখনৰ কৰি তোলে অনাবিল জোৱাৰ। ইয়াকে লৈ আমাৰ বিহু উৎসৱৰ জন্ম। ইয়াৰ পৰাই উৎপত্তি হৈছিল, জেং বিহু। অসমীয়া জাতিৰ এৰাব নোৱাৰা অনুষ্ঠান বহাগ বিহু। গাভৰুহঁতৰ জেং বিহুটোয়ো আছিল এৰাব নোৱাৰা অনুষ্ঠান, কিন্তু দুখৰ বিষয় এই অনুষ্ঠান এতিয়া কালৰ গৰ্ভত সোমাই পৰিল। ইয়াক পুনৰ উদ্ধাৰ কৰাৰ উপায় নাই। বিহুৰ মাদকতাত শিমলু তুলা উৰাদি উৰি ফুৰা তাহানিৰ ডেকা-গাভৰুহঁতৰ মনৰ দৰে আজি চাম ডেকা-গাভৰুৰ মন নহয়। সেইবাবেই আমাৰ বহু কৃষ্টি সংস্কৃতি চাওঁতে চাওঁতে চকুৰ আগৰ পৰাই হেৰাই যাব ধৰিছে। এতিয়া আমি একৈশ শতিকাৰ শিক্ষিত বুলি গৌৰৱ কৰিলেও গৌৰৱৰ মহত্ব আমি ধৰি ৰাখিব নোৱাৰিম। পৃথিৱীৰ সকলো দেশেই হেৰাই যোৱা কৃষ্টি সংস্কৃতিবোৰ উদ্ধাৰ কৰিছে, তেনেস্থলত আমি জীয়াই থকা খিনিয়ো লাহে লাহে পাহৰণিৰ গৰ্ভত মেলি দিছো। ৰঙ্গমঞ্চই জীয়াই নেৰাখিলে গতানুগতিক ভাবে জীয়াই নেথাকিব। ঢোল-তাল পেঁপা লৈ গোৱা বিহুনামবোৰ বিহুৰ পৰা গৈ বিহু সুৰিয়াৰ হ'ব পাৰে কিন্তু জেং বিহু যদিয়ো লোপ পাইছে অথচ তাৰ বিকৃত ৰূপ লব পৰা নাছিল। জেং বিহু জেং বিহুয়েই। যিকি নহওঁক আমি বিহুক যিমানেই অবহেলা নকৰো লাগেই বছৰৰ শেষত আহিবই বৰদৈচিলাও আহিব, কুলি-কেতেকীয়েও মাতিবই। বিহুক আদৰি নানিলেও বিহু শব্দটো সদাই জীয়াই থাকিব। ঠিক তেনেদৰে জেং বিহু শব্দটো কিতাপৰ পাতত লিখকৰ কলমত নিজৰি নিজৰি হলেও ওলায়েই থাকিব। নগৰ চহৰত গাভৰু নোনোৱালেও, হোজা গাঁৱলীয়া খেতিয়ক সকলে বিহু মাৰিবলে পাহৰি গলেও নতুন তৰাৰ পঘাৰে গৰু বিহু দিনা গৰুক নোৱাব আৰু বান্ধিব। এই কথা গাঁৱৰ মানুহে কেতিয়াও নাপাহৰে 'এৰা আমি আকৌ অতীতলৈ ঘূৰি যাব পাৰিম জানো? ই এক ডাঙৰ প্ৰশ্ন আমাৰ সন্মুখত বিহু অসমীয়া জাতীয় জীৱনৰ এসময়ত ৰং আনন্দৰ সমাহাৰ আছিল আবেগ অনুভূতিৰ উৎসৱ আছিল। এতিয়া আমি অসমীয়া নহও জানো? জাতি এটা থাকিলেই হ'ব জানো? আমাৰ জাতিটোক লৈ কৰিব লগা একো নাই জানো? তেন্তে কি কৰিছো সনন্মুখত আমি বহুত কিবা কিবি দেখা নাই জানো। কিয় আমি সজাগ হোৱা নাই। চিৰী লুইত, চেনাইৰ নাও এতিয়া ভটিয়াই নাযায় সচাঁ, কিন্তু মনৰ নাওখন ডেকা-গাভৰুহঁতৰ অন্তৰত এতিয়াও আছে। এতিয়া একৈশ শতিকাৰ যুগ সকলো পৰিবৰ্তনশীল, আমাৰ ধৰ্ম, নীতি, সদাচাৰ সমাজৰ বান্ধোন সকলোৰে এখোপ নহয় এখোপ পৰিবৰ্তন ঘটিছে। এই পৰিবৰ্তনৰ মাজত অধিক পৰিবৰ্তন হ'বলৈ নিদিয়াটো উচিত হ'ব। ৰঙ্গমঞ্চত হ'লেও আমাৰ কৃষ্টি সংস্কৃতিবোৰ জীয়াই ৰখাটো নিতান্তই এক ভাল কথাই। জেং বিহুয়ো যাতে এনেদৰেই জীয়াই থাকে।' ❖❖❖

# এটি আলোকপাত—
# সাম্প্ৰতিক পটভূমিত ৰঙালী বিহু আৰু উপলব্ধি

✍ বিপুল দত্ত
উত্তৰ লখিমপুৰ

বহাগৰ বিহু প্ৰতি অসমীয়া মাত্ৰেই অতি আদৰৰ আৰু চেনেহৰ বহাগ বিহু অসমীয়াৰ কৃষ্টি সংস্কৃতি আৰু প্ৰেৰণাৰ উৎস। যুগ যুগ ধৰি এই বহাগে আনিছে অনাবিল আনন্দ।

অন্তত ! এতিয়াও আনসময়ত নকৰিলেও বহাগৰ এই দিন কেইটাত আমি অন্তঃকৰণেৰে উপলব্ধি কৰোঁ এই বিশাল বিশ্বত "আমিও জাতি; যাৰ এটা স্বকীয় সংস্কৃতি, স্বকীয় বৈশিষ্ট্য, স্বকীয় ৰূপ আছে আৰু বৰ্তমানৰ সন্ধিক্ষণত এইকন উপলব্ধিও আমাৰ বাবে যথেষ্ট। জীয়াই থকাৰ মহৌষধ আৰু অনুপ্ৰেৰণাৰো উৎস।"

নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে নামঘৰ আৰু নাট-ভাওনা প্ৰচলনৰ মাজেদি ধ্ৰুপদী সাংস্কৃতিক উপাদান সমূহ সংগ্ৰহ কৰি যিদৰে এক ঐক্যবদ্ধ অসমীয়া সমাজৰ কল্পনা আৰু ৰচনা কৰিছিল, সেই একে ধাৰাই লোক সংস্কৃতিৰ দিশত অতীজৰ পৰা বিহু উৎসৱেও প্ৰৱাহমান অসমীয়া সমাজ খনৰ আদিম মনটোক ঐক্যবদ্ধ কৰি ৰাখি এক মহান অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ সমন্বয়ৰ সূত্ৰ হিচাবে অৱদান আগবঢ়াই আহিছে। বহাগ বিহু অসমৰ জাতি জনগোষ্ঠীৰ সমন্বয় আৰু মহামিলনৰ মোক্ষধাম।

অসমৰ বুকুলৈ বহাগ আহিলে অসমীয়াৰ প্ৰাণত যৌৱনোদ্দীপ্ত প্ৰাণ চাঞ্চল্য আহে। বহাগৰ বিহু বুলিলেই প্ৰত্যেক অসমীয়াৰ দেহমন পুলকিত হৈ পৰে। কৃষিভিত্তিক অৰ্থনীতিৰে লালিত-পালিত অসমীয়াৰ প্ৰাণত প্ৰকৃতিৰ প্ৰভাৱ অপৰিসীম। বহাগে প্ৰকৃতিক নতুন সাজ সজ্জাৰে সুশোভিত কৰে। প্ৰকৃতিৰ নৱৰূপে অসমীয়াৰ প্ৰাণত চাঞ্চল্যৰ সৃষ্টি কৰে।

বহাগৰ বিহু অসমীয়াৰ বৰ আদৰৰ এক ঐতিহাসিক পৰম্পৰা। বিহু বুলিলেই ডেকা-গাভৰু, বৃদ্ধ বনিতা আটাইৰে মন আনন্দত আত্মহাৰা হৈ পৰে। ৰঙালীৰ ৰঙেৰে ৰঙীয়াল অসমীয়াৰ মন সৃষ্টিৰ বাসনাত উত্তাৱল হয়। বসন্তৰ আগমনৰ লগে লগে কুলি-কেতেকীৰ সুৱলা মাতত এক আনন্দ মুখৰ পৰিৱেশ সৃষ্টি হয়। বহাগ বিহু অহাৰ এমাহৰ আগৰ পৰাই ঢোল,পেঁপা, গগনা, বাঁহীৰ মাতত ডেকা-গাভৰুৰ মন বিহুৰ উলাহত ৰাইজাই কৰি উঠে। পুৱাৰ ৰক্তিম সূৰ্য্যৰ কিৰণ পৰি নৱোদ্দীপ্ত হৈ উঠা গছৰ কুমলীয়া কুঁহিপাত; ডালে ডালে ফুলা কেঁতেকী, ভাটৌ আদি ধুনীয়া ধুনীয়া ফুলৰ আবাস, আনফালে দেশী-বিদেশী চৰাইৰ সুমধুৰ মাত। মনক মুহূৰ্ততে পুলকিত কৰি তোলাৰ কি যে অপৰূপ প্ৰকৃতিৰ বিনন্দীয়া সৃষ্টি। হিয়া মন পমি যায়। বিহুৰ দিন যিমানে চমু চাপি আহে ঢেঁকী শালৰ পৰা ভাঁহি অহা ঢেংকুচ ঢেংকুচ শব্দই কয় বিহু আহি পালে। চিৰা-পিঠা আয়োজন কৰিবৰ হ'ল। তেনে দৰেই প্ৰতি বহাগে লৈ আহে অসমীৰ বুকুলৈ এক নিটোল আবেগ। সেইয়ে প্ৰতি বহাগতে মন যায় বিহু গীত গাই উত্তাৱল হ'বলৈ, মন যায় প্ৰেয়সীৰ লাহতি খোপাত গুজি দিবলৈ এপাহী কপৌ বা কেতেঁকী ফুল।

অসমৰ বিহুগীত আৰু বিহু নৃত্য লৌকিক কলা-অনুষ্ঠান সমূহৰ ভিতৰত বিৰল আৰু প্ৰবল ভাৱে আকৰ্ষনীয় বুলি সৰ্বজন স্বীকৃত। ঢোল, পেঁপাৰ, মাতৰ মূৰ্চ্ছনাত দোলায়িত হোৱা সুষম নৃত্য ভঙ্গিমা, প্ৰকৃতিৰ যৌৱনোন্মুখ উন্মাদনাৰেই প্ৰতিফলন কৰে। একেদৰেই প্ৰতি বহাগে মনলৈ কঢ়িয়াই আনে এক সুন্দৰ উপলব্ধি। ৰং, হাঁহি আৰু গৌৰৱেৰে ভৰা এক সুন্দৰ উপলব্ধি 'মই অসমীয়া, হাড়ে-হিমজুৰে অসমীয়া। এই উপলব্ধিত নাথাকে কোনো জাতি, ধৰ্ম, বৰ্ণৰ কথা।'

কিন্তু সাম্প্ৰতিক কালত ৰঙালীৰ ৰং যেন নোহোৱা হৈছে। শান্তি, ঐক্য, ভ্ৰাতৃত্ববোধ, সমন্বয় আদি নিভাঁজ ভাৱবোৰ-অনুভূতিবোৰ যেন অসমৰ জনজীৱনৰ পৰা ক্ৰমে হেৰাই যাবলৈ ধৰিছে। আধুনিতাৰ পাকচক্ৰত পৰি আজিৰ মানুহ সামাজিক আন্তঃ সম্বন্ধ বান্ধোন

ছিঙি হৈ পৰিছে আত্মকেন্দ্ৰীক, আধুনিক প্ৰযুক্তি বিদ্যাই যেন মানুহৰ সুকোমল অনুভূতিবোৰ ক্ৰমান্বয়ে গ্ৰাস কৰি মানুহক কৰি তুলিছে যান্ত্ৰিক। আনফালে, ৰাজনীতিৰ নেতা-পালিনেতাৰ উত্থান, বানপানী, গৰাখহনীয়া, আন্তঃৰাজ্যিক সীমা বিবাদ, নগা অৰুণাচলীৰ আগ্ৰাসন, যুৱ উশৃঙ্খলতা, নাৰীৰ শালিনতাহানি আদি সমস্যাই অসমীয়া জাতিক পংগু কৰি পেলাইছে। এফালে হিন্দী বলয়ৰ আগ্ৰাসন, আনফালে নিবনুৱা সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে। অসমৰ আকাশত বৰদৈচিলাৰ ভয়াবহতাই আতঙ্কৰ সৃষ্টি কৰিছে। প্ৰকৃতিৰ নন্দন, কানন শ্যামলীয়া অসমীৰ আকাশত আজি বিষাদৰ কলা ডাৱৰ। অসমীয়া সংস্কৃতিৰ প্ৰাণস্বৰূপ ঐতিহ্যমণ্ডিত ৰঙালী বিহুৰ ৰং আজি বিবৰ্ণ। সমস্যা, সংশয়ৰ অশান্ত ঘূৰ্ণীৰ চাকনৈয়াত আমি আজি টলমল। লক্ষ লক্ষ অবৈধ প্ৰবজনকাৰীৰ উপস্থিতিয়ে অসমৰ অৰ্থনীতি, সংস্কৃতি, সামাজিক, ৰাজনৈতিক, সকলো দিশৰ অস্তিত্বক বিপদাপন্ন কৰি তুলিছে।

পৰিবৰ্তন আহিছে জাতিৰ জীৱনলৈ। বিজতৰীয়া পৰিবৰ্তন। সুখৰ দিনবোৰ পাৰ হৈ ক্ৰমে যেন আহিছে, দুখৰ দিন। যি বিহু এসময়ত কেৱল উপলব্ধি হৈ আছিল, সেই বিহুকলৈ এতিয়া চলিছে বিভিন্ন চিন্তা-চৰ্চ্চা। বিহুৰ বাৰেৰহনীয়া কৃষ্টি যেন লাহে লাহে বিলুপ্তপ্ৰায়। উদীয়মান ডেকা চামে এঢোক নধৰিলে বিহু গাবলৈ লাজ পায়। ডিঙিটো তিয়াঁই ললেহে মুখৰ মাত উলায়। ধুতি গেঞ্জী এৰি দীঘল পেন্ট পিন্ধিহে বিহু গোৱা হ'ল। গাভৰুহঁতেও আগৰ দৰে বিহু নাচিবলৈ লাজ পায়। যেন এক বুজাব নোৱাৰা সংশয়, সংকটে ক্ৰিয়া কৰি পেলালে, নৱপ্ৰজন্মক। আউট-ডেটেদ হৈ পৰিল জাতীয় কৃষ্টি সংস্কৃতি।

এসময়ত যি বিহুক লৈ আমি গৌৰৱ অনুভৱ কৰিছিলো, যি বিহুৰ যোগেদি আমাৰ পৰিচয় দাঙি ধৰিছিলো, যি বিহুৰ উলাহত অসমীয়াৰ তেজ উঠলি উঠিছিল, এনেহেন বাপতি সাহোন বিহুতো আজি অৱজ্ঞা আৰু লুপ্ত প্ৰায় হোৱাৰ উপক্ৰম হৈ পৰিছে যেন লাহে লাহে। বিহুৰ বৰ্তমানৰ ৰূপ দেখি সচেতন ব্যক্তি মাত্ৰেই ভবাই তুলিছে, অসমীয়াৰ বাপতি সাহোন বিহুটো এদিন শেষ হৈ যাব নেকি? নতু সুদূৰ ভৱিষ্যতে বিহু যাদু ঘৰৰ সামগ্ৰীত পৰিণত হ'ব নেকি? কোটি টকীয়া প্ৰশ্ন।

বৰ্তমান বিহু নৃত্য আৰু বিহুগীত জনজীৱনৰ মুকলি মঞ্চৰ পৰা নগৰৰ বিহুতলীৰ মঞ্চলৈ আহিল। ই এক গতিশীল সময়ৰ লগত যুগ সৰকা দৃষ্টিভংগী লোৱাৰ প্ৰচেষ্টা মাথোঁন। এসময়ৰ পথাৰৰ বিহু আহি আজি নগৰৰ বিহুতলীৰ মঞ্চত ভৰি দিয়াৰ পাছত বিহুক জীয়াই ৰাখিবলৈ নগৰৰ মঞ্চত চলিছে আপ্ৰাণ প্ৰচেষ্টা। সেয়ে ভাবিবলৈ বাধ্য কৰাইছে শেষত বিহুতলীৰ মঞ্চ বিলাকেই বিহুক জীয়াই ৰাখিব পাৰিব। চিন্তাৰ সময় সমাগত।

আমি বিচাৰিছো কি! বিচাৰিছো অপসংস্কৃতিৰ বিৰুদ্ধে অহিংস শান্তি, ঐক্য, সমন্বয়, সংস্কৃতি, মানৱতা আৰু জাতীয় প্ৰগতি। দুস্কৃতি বিনাশ কৰি দুনীতিৰ বিৰুদ্ধে জেহাদ।

মানুহ মানুহৰ বাবে; জীৱন সংগ্ৰামৰ বাবে। দেশেই হওঁক, জাতিয়েই হওঁক নিস্পেষিত বঞ্চিত সাধাৰণ জন-গণৰ আত্মপ্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম অপৰিহাৰ্য। বিশ্বৰ প্ৰবাহমান গতিৰ লগত খোজ মিলাই অসমীয়া জাতিটোৱেও বিশ্বৰ দৰবাৰত নিজকে প্ৰতিষ্ঠা কৰিবলৈ কৰিব লাগিব, অন্যায়ৰ বিৰুদ্ধে আপোচহীন গণ মুক্তি সংগ্ৰাম, শান্তি মৈত্ৰী, সংস্কৃতিৰ বিৰামহীন অভিযান। ইয়াৰ অন্যথাই বিলীন হৈ যোৱাৰ উপক্ৰম হ'ব শৌৰ্য্য, বীৰ্য্যৰে সমৃদ্ধিশালী ইতিহাস প্ৰসিদ্ধ পৰাক্ৰমী সংস্কৃতি সমৃদ্ধ অসমীয়া জাতি।

সেয়েহে আমি অন্তঃকৰণেৰে বিচাৰিছো.....।

যুৱ প্ৰজন্মই বিহুক আকোঁৱালি লৈ ৰঙালী বিহুৰ স্বকীয় মৰ্য্যদা ৰক্ষা কৰি আদৰ্শ দেখুৱাব পাৰিলেহে বিহুৰ ঐতিহ্য ৰক্ষা হ'ব আৰু জাতিটো উপকৃত হ'ব। দেশ, ভাষা, সাহিত্য, কৃষ্টি-সংস্কৃতি নথকা কোনো জাতিক জাতি হিচাপে আখ্যা দিব নোৱাৰি।

টোকা নং ঃ(ক) (অসমীয়া সংজ্ঞা) মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ১৪৪৯ খ্ৰীঃত জন্ম গ্ৰহণ কৰি বহু বছৰৰ আগতেই অসমীয়াৰ সংজ্ঞা দি থৈ গৈছে। অসমত বসবাস কৰা সকলো জাতি, জনজাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে একেলগ কৰি গুৰুজনাই বৃহত্তৰ অসমীয়া সমাজ গঢ় দি থৈ গৈছে আজিৰ পৰা শ শ বছৰৰ আগতেই। অসমৰ আকাশৰ তলত বসবাস কৰি, অসমৰ কেঁচা মাটিৰ গোন্ধলৈ, নিজৰ নিজৰ সাহিত্য-সংস্কৃতিৰ উজ্জ্বল ভৱিষ্যৎ চিন্তা-চৰ্চ্চা কৰিও সমন্বয়ৰ অসমীয়া ভাষা সংস্কৃতি যি সকলে সাবটি লৈছে সেই সকলেই অসমীয়া। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত শংকৰ দেৱৰ অৱদান চিৰস্মৰণীয় হৈ ৰ'ব।

টোকা (খ) ঃ (সাত ৰাজ মাৰি এক ৰাজ) ১২২৮ খ্ৰীষ্টাব্দত চীনৰ যুনান প্ৰদেশৰ পৰা পাটকাই পৰ্বত অতিক্ৰমী প্ৰথম গৰাকী আহোম স্বৰ্গদেউ চাওল্যুং চ্যুকাফাই সৌমাৰ খণ্ডত প্ৰৱেশ কৰি নিজৰ ব্যক্তিত্ব, কুটনৈতিক বিচক্ষণতা আৰু বাহুবলেৰে বিভিন্ন জনগোষ্ঠীক পৰাভূত কৰি সাত ৰাজ মাৰি এক ৰাজ কৰি অসম আৰু মহান অসমীয়াৰ জাতি গঠনৰ বুনিয়াদ গঢ়ি থৈ গৈছে। বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত চ্যুকাফাৰ অৱদান অনস্বীকাৰ্য্য।



# বিহু দিনৰ সংকল্প

✍ মাধৱ হাজিৰকা
চাবতি, লখিমপুৰ
দূৰভাষঃ ৯৪৩৫০০৬১০২

*ন-পানী বঢ়া নাই নাহৰ ফুল ফুলা নাই*
*বিহু বিহু লগা নাই গাত...।*

অৰ্থাৎ বিহু যেতিয়াই তেতিয়াই মানুহৰ গাত নালাগে। মলয়াৰ গাত লাগিব লাগিব। গছ লতিকাই ন-সাজ পিন্ধিব লাগিব, ন-পানী আকাশৰ পৰা পৰি ভৰিৰ তলৰ মাটি সেমেকিব লাগিব, নানা ধৰণৰ নানা সুৰেৰে গীত গাব লাগিব, ৰঙ বিৰঙৰ ফুল ফুলিব লাগিব। তেতিয়াহে মানুহৰ গাত বিহু বিহু লাগিব, মন ৰঙে ৰসে ভৰপূৰ হ'ব।

অসম ৰাজ্য প্ৰকৃতিৰ লীলাভূমি। হাবি, নৈ, পাহাৰ-ভৈয়াম, খাল-বাম, গছলতা, পশু-পক্ষীৰ, চিত্ৰ-বৈচিত্ৰ্যৰে এই ৰাজ্যখন মনোৰম বৈশিষ্ট্যপূৰ্ণ সৌন্দৰ্যৰ আকৰ। কোনোবা সুদূৰ অতীতৰ পৰাই অপৰূপ প্ৰাকৃতিক সৌন্দৰ্য্যই ইয়াক এখন ৰম্যস্থান কৰি ৰাখিছে। ভাৰতৰ পূব সীমান্তৰ এই ৰাজ্যখনৰ মুনিমনলোভা ৰূপশোভাৰ বিষয়ে ৰামায়ণ, মহাভাৰত, কালিকাপুৰাণ যোগিণীতন্ত্ৰ আদি প্ৰাচীন শাস্ত্ৰ সমূহ সম্যকৰূপে সচেতন।

কম বেছি পৰিমাণে অসমৰ সকলো ঠাইতে বিহুৰ প্ৰচলন আছে- ৰঙালী, ভোগালী আৰু কঙালী এই তিনিটা বিহু উৎসৱৰ ভিতৰত ৰঙালী বিহু বা বহাগ বিহু উৎসৱৰ ব্যাপকতা আৰু শ্ৰেষ্ঠতা বিশেষকৈ মন কৰিব লগীয়া। বিহুক অসমৰ লোক উৎসৱ বুলি কোৱাৰ কাৰণ হৈছে- ই সমূহ ৰাইজৰে মনত আনন্দ-অনুপ্ৰেৰণা যোগায়; অধিক সংখ্যক লোকেই ইয়াক পালন কৰে আৰু সকলো লোকেই ইয়াৰ প্ৰতিশ্ৰদ্ধা ৰাখে। কোনোবা আৰহমান কালৰে পৰা অসম আৰু অসমীয়া জাতিৰ লগত বিহু উৎসৱ অঙ্গাঙ্গীভাৱে জড়িত হৈছে। বিহুৰ বুকুত অসমীয়া জাতিৰ সুকীয়া বৈশিষ্ট্যৰ বহুতো নিদৰ্শন নিহিত হৈ আছে। সেয়েহে বিহুৰ প্ৰতি অসমীয়া ডেকা গাভৰুৰ ইমান আকুল আকৰ্ষন- "অতি চেনেহৰ বহাগৰ বিহুটি নেপাতি কেনেকৈ থাকো?" আৰু এই বিহু থাকে মানে বিহু গীত, বিহু নাচৰ চেও আৰু বোলে, ৰং ৰগৰ আৰু পান-ভোজনৰ আয়োজনে অসমৰ গাওঁ-ভুঁই, পথাৰ-সমাৰতআলোড়ন তুলিয়েই থাকিব। কিন্তু বিহু নহ'লে সকলো উদং। সেয়েহে ডেকা গাভৰুৱে বিহুৰ কাৰণে হা-হুমনিয়াহ কাঢ়ে- বিহু থাকে মানে বিহুকে বিনাবা বিহু গলে বিনাবা কাক? এনে চেনেহৰ উৎসৱ এটিক লোক উৎসৱ বা জাতীয় উৎসৱ নুবুলি পাৰিনে? বিশেষকৈ আদিম থলুৱাসুৰৰ বিহুগীত, তাৰ লগে লগে প্ৰকাশ পোৱা টকা, পেঁপা, গগনা, ঢোল শিঙা আদি থলুৱা বাজনা আৰু লয়লাস অঙ্গি-ভঙ্গিমাই এই উৎসৱক সামূহিক নৃত্য গীতৰ সমাৰোহ কৰি তুলিছে। বিহু নৃত্যত আমাৰ থলুৱা নৃত্য কলাৰ প্ৰভাৱ সৰহ। জনসাধাৰণে স্বতঃস্ফূৰ্তভাৱে ৰচনা কৰা বিহুগীতবোৰ আৰু সহজ সৰল চহা জীৱনৰ সুঠাম, নিপোটল বিহু নৃত্য ভঙ্গিমাই বিহু উৎসৱৰ জাতীয় আৰু লোকপ্ৰিয় উৎসৱ কৰি তোলাত বিশেষ বৰঙণি যোগাইছে।

ৰঙালী বিহুৰ ইতিবৃত্ত আলচ কৰিলে আমি জানিবলৈ পাওঁ যে ঐতৰেয় ব্ৰাহ্মণ নামৰ বৈদিক গ্ৰন্থত উল্লেখ আছে- সূৰ্য্যদেৱতাৰ সন্মানৰ্থে আৰু গৰু-ম'হৰ মঙ্গলৰ নিমিত্তে বিযুৱন্ত অৰ্থাৎ বসন্ত কালিন দিনৰাতি সমান হ'বৰ দিনা গোৱাময়ন নামে উৎসৱ পালন কৰা হৈছিল। আমাৰ বহাগ বিহু বা ৰঙালী বিহু চ'ত-বহাগত দোমাহীত পতা হয়। ৰঙালী বিহুৰ প্ৰথম দিনাক গৰু বিহু বোলা হয়। দীঘলতী, মাখিয়তী আদি বনৰীয়া গছৰ ডাল পাতেৰে গৰু-ম'হক গা-ধুৱাই মঙ্গল বিধায়ক মন্ত্ৰ মাতি জৰা ফুকা নিয়ম আছে "দীঘলতিৰ দীঘল পাত গৰু কোবাও জাত-জাত, মাৰ সৰু বাপেৰ সৰু তই হবি বৰ বৰ গৰু।" বৈদিক যুগৰ গোৱময়ন উৎসৱৰ উৎস বিচাৰি পালেও

আমাৰ ৰঙালী বিহু যুগে যুগে নানা ৰূপ আৰু পৰিবৰ্তনৰ মাজেদি গৰু বিহু, মানুহৰ বিহু, বিহুৱান, নৃত্য-গীত, হুঁচৰি, পিঠাপনা, চিৰা লাৰু আদি সামৰি ৰং ৰহইচ আৰু আনন্দ মুখৰ উৎসৱত পৰিণত হৈছে।

ৰঙালী বিহু উৎসৱ ভৰ বসন্তৰ মাজতে অনুষ্ঠিত হয়; প্ৰাকৃতিক মনোৰম শ্যামলিমাই সমাগত বৰষাৰ আগ জাননী দিয়ে। আমৰ মল বতাহত উৰে, কুলি কেতেকীয়ে বিনাই। আমাৰ বাৰমহী গীতবোৰত বহাগ মাহত বৰ্ণনা এনেদৰে আছে—

*বৈহাগৰ মাহতে শান্তি দেউতাৰ গৰজনি।*
*দেউতাৰ গৰজনি শুনি মৎসে দেই উজনী।।*

আকৌ-

*বৈহাগৰ মাহতে শান্তি ডাউকী কান্দয়।*
*ডাউকীয় কান্দন শুনি হৃদা নসহয়।।*
*বৈহাগৰ মাহতে শান্তি কুলিয়ে কৰে ৰাৱ।*
*কুলিৰ কান্দন শুনি বুকু জুৰাই মোৰ গায়।।*

আজি কিন্তু বিহু আগমনৰ ইমান বিলাক প্ৰাকৃতিক লক্ষণলৈ কোনেও ভ্ৰুক্ষেপ নকৰা হ'ল। আজিৰ বিহুৰ বতৰত বজাৰত দৈ, চিৰা, সান্দহৰ লাড়ু। কাণ তালমাৰি যোৱা বেসুৰীয়া বিহুগীতৰ কেছেতৰ মাততহে বিহুৰ উমান উলায়।

বৈদ্যুতিক মাধ্যম সমূহে পুহ মাহৰ পৰাই বহাগ বিহু আৰম্ভ কৰি দিছে? মাঘ বা ভোগালী বিহুটোত কোনো কাহানিও বিহু মৰাহোৱা নাছিল। কিন্তু আজি কালি গাঁৱে ভূৱে কিছুমান ব্যৱসায়িক মানুহক টকা পইচাৰ প্ৰলোভন দি মাঘ বিহুত বিহু মৰাই বৈদ্যুতিক মাধ্যম সমূহে বিহুক বিজতৰীয়া কৰিছে। বিহুৰ ঐতিহ্যক ধ্বংস কৰিছে। ঠায়ে ঠায়ে গঢ়ি উঠা বিহু সুৰক্ষা মঞ্চ সমূহে বা কি কয়- এই বিষয়ত।

আজিকালি এনে হৈছে যেন বিহু নাহে গছৰ পাতত, বিহু নাহে কুলিৰ মাতত। বিহু আহে কেছেতৰ শৰদত, বিহু আহে টি.ভি. চেনেলত। গাঁৱত তাঁতৰ ঘিট্‌ঘিট্‌নি, মাকোৰ খিত্ খিতনি নাই। নাই ঢেকীৰ মাত, নাই বিহু নাচিবলৈ জপাত মৃগাৰ সাজ, কেৱল নাই, নাই আৰু নাই। আজিৰ বহাগৰ এই নাইক আছেলৈ, প্ৰাচুৰ্য্যলৈ, আনন্দলৈ স্ফুৰ্তিলৈ ৰূপান্তৰিত কৰাৰ বাবে সেই পথৰ হেঙাৰ আতঁৰাবলৈ প্ৰত্যাহ্বান লোৱাৰ সময় সমাগত। এই ক্ষেত্ৰত বিহু সুৰক্ষা মঞ্চই কিবা কওঁক।

চকুৰ আগতে দেখাৰ আজিৰ যিকোনো ঘটনাই আমাৰ চিত্তত যেন আজি আমনিদায়ক। শাৰিৰীক ৰিপু সঞ্চাৰক যিকোনো আবেদনেই আজি আমাৰ অতি আদৰৰ। প্ৰকৃতিৰ এই দেহজ আবেদন শৰীৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে উপভোগ কৰি মনৰ বিমল আনন্দলৈ উত্তৰণ কৰাৰ মানসিক শক্তি আমাৰ যেন লাহে লাহে কমি আহিছে। প্ৰকৃতিৰ লগত একান্ত হৈ বিমল আনন্দ উপভোগ কৰিব পৰা সেই মন, সেই দিন আজি আমাৰ ক'লৈ গ'ল? ক'লৈ গ'ল বিহুৰ এনাজৰীডাল?

বিহু আহিছে, আকৌ আহিব। বিহু ঢোল, পেঁপা, গগনা বা জেতুকা কপৌফুল, কুলি চৰাই কিম্বা মধ্যবৃত্তৰ পাবত গজা যৌৱনৰ পিৰপিৰণি নহয়। ই অসম আৰু অসমীয়াৰ কৃষ্টি সংস্কৃতিৰ চিৰ উজ্জল কহিনুৰ। সেয়েহে শোষণ-দুঃশাসনত জৰ্জৰিত অসমীয়া ৰাইজৰ মুক্তিকামী আকাংক্ষা বিহুগীতত প্ৰতিভাত হৈছে—

উজাই নাচাবি ভটিয়াই নাচাবি
পথাৰত লাগিছে জুই।
সোণৰ মাটি মোৰ আজি নাইকীয়া
লোককে খুৱাইছো ৰুই।

কথাটো কিন্তু অসমীয়াই ভাবিব লগীয়া। সেয়েহে অসমৰ নতুন পুৰুষলৈ বিহুৱবীয়া শুভেচ্ছা যাচি অনুৰোধ জনাম "হে অসমীয়াৰ নতুন পুৰুষ আপোনালোক গাৱে গাৱে গৈ বৃহৎ অসমীয়া জাতিৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ঐক্য সংহতি, সম্প্ৰীতি সুদৃঢ় কৰাৰ কাৰণে অবিৰত প্ৰচেষ্ঠা চলাওকগৈ। শাসক শোষকে সমন্বয় ভঙাৰ বাবে কৰা চেষ্টাও সমুচিত ভাবে কুঠাৰাঘাট হানিব লাগিব আপোনালোকেই। শ্বহীদ আৰু নিৰ্যাতিত সকলক পাহৰি নোযোৱাৰ প্ৰতিশ্ৰুতিৰে এই সকলক অঙহী বঙহীক জীৱন সংগ্ৰামত সকলো ধৰণৰ সাহাৰ্য্য আগবঢ়াব লাগিব আপোনাসকলে।অসমৰ জনসাধাৰণে দৃঢ় মনোবলেৰে দিল্লীৰ একপক্ষীয় নীতিৰ বিৰুদ্ধে ঐক্যবদ্ধ ভাবে মাৰ বান্ধি থিয় দি থাকিব পাৰিলেহে অসম তথা অসমীয়া জাতি বাচি থাকিব। তেতিয়াহে অসমীয়া কোন, খিলঞ্জিয়া কোন বিচাৰি হাবাথুৰি খাব নালাগিব। এয়েই আজি বিহু দিনৰ সঙ্কল্প হওঁক। ❖❖❖

# কৃষি আৰু বিহু উৎসৱ

✍ আৰতি গোহাঞি দুৱৰা
উত্তৰ লক্ষীমপুৰ

বিহু জাতীয় উৎসৱ। বিহু আনন্দৰ এক উৎস হৈও জনসমাজ অৰ্থনীতিৰ হেচাঁত পৰি বিহু ৰঙালীৰ পৰা কঙালীলৈ পৰিণত হৈছে। বিহু কৃষি উৎসৱ। কিন্তু অসমীয়া লোকে বিশেষকৈ নগৰৰ আশে পাশে থকা দ খেতিৰ মাটিত খেতি কৰি অৰ্থসম্বলৰ কথা প্ৰায় পৰিহাৰ কৰিছে। প্ৰায় মানুহৰেই নগৰমুখী হোৱাৰ প্ৰৱণতা বৃদ্ধি পাইছে। ধনী ব্যৱসায়ী নাইবা মাৰোৱাৰী পুঁজিপতিক খেতিৰ মাটি কেইডৰাও বিক্ৰী কৰিছে আৰু ডাঙৰ পকাঘৰ সজা, দামী মটৰ গাড়ী লোৱা, দামী মোবইল নাইবা বিভিন্ন উন্নত মানৰ সামগ্ৰীৰে ঘৰ ভৰাই পেলোৱাত অৰ্থব্যয় কৰি খেতিৰ মাটি বিক্ৰী কৰি চিৰদিনৰ বাবে নিজৰ নাতি-পুতিৰ ককাল ভাঙি পেলাইছে। গাঁৱৰ খেতিয়কৰ বহু পৰিয়াল বিলাকৰ বহুতে যেন চাকৰি পাবলৈ অৰ্হতা নথকাৰ বাবে নাইবা চৰকাৰী চাকৰিৰ বাবে সুযোগৰ অভাৱতহে খেতি কৰিছে। কাৰণ বহু সংখ্যকে ধানখেতি কৰা এৰি ক্ষুদ্ৰ চাহৰ বাগান পতাৰহে পয়োভৰ দেখা হৈছে। উজনী অসমত বহুলোকৰ শালিধান লাহি ধানৰ খেতিৰ মাটি গৰু চৰণীয়া পথাৰ হে পৰি থকা দেখা যায়। মই প্ৰত্যক্ষভাৱে লগ পোৱা মোৰ সম্বন্ধীয় লোকৰ মাটিও ধান খেতি নকৰাৰ কাৰণ সুধি জানিলোঁ গৰুৰ দামৰ বাবে গৰু কিনিব নোৱাৰা, হালোৱা ৰোৱনিৰ অভাৱ আৰু সময়ত বৰষুণৰ পানী নোপোৱা ইত্যাদিবোৰ কাৰণ। অসম চৰকাৰে দুখীয়ালোকক দিয়া চাউলৰ কাৰ্ড লৈ মধ্যবিত্ত লোকৰো বহুতে চাউল পায়। গতিকে খেতি কৰাতকৈ সুবিধা সুযোগ বুদ্ধিৰে গ্ৰহণ কৰে। মধ্যবিত্ত পৰিয়ালৰ লোক সকলে ধান খেতিৰ ফালে আওকান কৰি পৰিশ্ৰমৰ পৰা ৰেহাই লয়। দুখীয়া লোকসকলে জব কাৰ্ডৰ টকা পায়। গতিকে আধিখেতি কৰি ধান উৎপাদন কৰি খোৱাতকৈ কম পৰিশ্ৰমেৰে জব কাৰ্ডৰ অৰ্থ লাভজনক হয়। অসমীয়া লোক সকলে কঠোৰ পৰিশ্ৰম কৰাৰ পৰা বিমুখ হোৱাৰ বাবে বিদেশী আৰু বহিৰাগত লোকৰ দ্বাৰা অসম ৰাজ্যৰ ব্যৱসায় আৰু খেতি পৰিচালিত হৈছে। সহজে বনুৱা পোৱা লক্ষীমপুৰৰ দৰে জিলা কেইখনত বহুসংখ্যক আৰামদায়ক জীৱন অতি বাহিত কৰি বিভিন্ন উৎসৱ পাৰ্বনৰ আনন্দ লভিছে। এয়া এটা জাতি জীয়াই থকাৰ লক্ষণ হয় জানো? যি সমূহ পৰিয়ালৰ খেতিৰ মাটি আছে তেওঁলোকে বিদেশীকেই আপোন কৰি খেতি কৰিবলৈ দায়িত্ব দিব লগা হৈছে। দুখীয়া হ'লেও অসমীয়া লোকে ওচৰ চুবুৰীয়াৰ মাটি কেইডৰাত খেতি নকৰে। বিভিন্ন কামৰ দায়িত্ব পালনৰ বাবে অসমীয়া বনুৱা লোকৰ অভাৱ হৈছে। অসমীয়া জাতিয়ে যেন আলাসতে জীয়াই থাকিবলৈ সক্ষমতা পাইছে এনে ছবি এখন জল্ জল্ পট্ পট্ হৈ পৰিছে। প্ৰকৃততে কামৰ সৰু বৰ থাকিব নোৱাৰে। কামকৰিলে মৰ্যদা নকমে। নিজৰ কাম নিজে কৰিলে, মৰ্য্যদা অক্ষুন্নহে থাকে। অসমীয়া সমাজত কৰ্মৰ মূল্যবোধ ক্ৰমে হ্ৰাস হৈছে। সেয়েহে অৰ্থসম্বলৰ ক্ষেত্ৰত দুৰ্ব্বল জনেও ওচৰ চুবুৰীয়াৰ ঘৰত সহায় কৰি দিবলৈ লজ্জা বোধ কৰে। প্ৰায়ভাগ লোকৰ মত শুনা যায় অসমীয়া বনুৱাক কামৰ ভাৰ দিলেও পাল মাৰে। অৰ্থাৎ কৰ্মৰ দায়বদ্ধতা সুচাৰুৰূপে পালন কৰাৰ ক্ষেত্ৰত প্ৰবঞ্চনাৰ আশ্ৰয় লবলৈ যেন নিজৰ আত্ম সন্মান বোধ নাজাগে। আমাৰ ৰাজ্যৰ জনসাধাৰণৰ দৈনন্দিন জীৱনৰ বিভিন্ন প্ৰয়োজনীয় কামৰ যোগেদি টকা পইচা অৰ্জন কৰিবলৈ বিদেশী আৰু বহিৰাগত সোঁত ন-পানী বঢ়াদি বাঢ়িছে। আমাৰ যুৱক সকলে উচ্চ শিক্ষা লব নোৱাৰি অসমত চাকৰি নাপায় বুলি ধৰি লৈ অসমৰ বাহিৰৰ বিভিন্ন ৰাজ্যলৈ সোঁত বৈছে। কম টকা উপাৰ্জন কৰি হলেও যেন পেট প্ৰবৰ্ত্তাবলৈ যুৱক সকলৰ এক প্ৰবল কামনা জাগ্ৰত হৈছে। মাজে সময়ে আমাৰ মানব সম্পদ স্বৰূপ যুৱকৰ বহুজনে অন্য ৰাজ্যৰ প্ৰাণ হেৰুৱাইছে। নিবনুৱা সমস্যাৰ সুযোগত বিদ্ৰোহী হৈ বিভিন্ন উগ্ৰপন্থী দল সংগঠনত যোগদান কৰাটো যেন দেশপ্ৰেমৰ এক নিদৰ্শনহে এয়াও প্ৰতিপন্ন হৈছে। এলেহুৱা শৰীৰ আৰু মনত চয়তানে আশ্ৰয় লয়। আমাৰ ৰাজ্যৰ সম্পদৰ লাভাংশ ভোগ কৰিবলৈ লৈছে বিদেশীয়ে আৰু বহিৰাগতে। তেনেস্থলত আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হ'ল

বুলি কোৱাৰ স্থল আছে জানো??

বিহুৰ প্ৰধান উৎস কৃষিৰ প্ৰতি ক্ৰমে খেতিয়কৰ মন অনুপ্ৰানিত নোহোৱা হৈছে। অসম বানপানীৰে জৰ্জৰিত ৰাজ্য হ'লেও বৰষুণৰ অভাৱত সময়ত প্ৰচুৰ উৎপাদনত বাধা আহে। বানপানী বিধ্বস্ত এলেকাত মজবুত বান্ধৰ কাৰ্য্য, পানীৰ নাটনি হোৱা সময়ত জলসিঞ্চনৰ ব্যৱস্থা, খেতিৰ বাবে প্ৰয়োজনীয় সহায় আৰু প্ৰশিক্ষণ আদিত চৰকাৰৰ আঁচনিৰ ধনৰ অপপ্ৰয়োগ, প্ৰশাসনৰ অমনোযোগিতা এই বিলাক এশ এবুৰি আসোঁৱাহ খেতিয়ক সকলৰ খেতিৰ প্ৰতি মন প্ৰাণৰ প্ৰাচুৰ্য্যতা হেৰুৱাই পেলাইছে।

উঠি অহা বৰ্তমান প্ৰজন্মৰ মন খেতিৰ প্ৰতি অনীহা আৰু অনিচ্ছাৰে পৰিপূৰ্ণ। আঙুলিৰ মূৰত লেখিব পৰা কম সংখ্যক যুৱক যুৱতীয়ে খেতিত কাম কৰিবলৈ হেপাঁহ কৰে। টি.ভি.ৰ সন্মুখত বহি ক্ৰিকেট খেল চোৱা চিৰিয়েল চোৱা, দামী মোবাইল ফোনৰ যোগেদি সময় পাৰ কৰা, কম্পিউটাৰৰ চিনেমা চোৱা, দামী বাইক কিনি অভিভাৱকৰ অৰ্থ ব্যয় কৰা এয়া হৈ পৰিছে চেমনীয়া সকলৰ মনৰ আৰু শৰীৰৰ আমেজ। অৱশ্য এইক্ষেত্ৰত ব্যতিক্ৰমী যুৱক যুৱতীও আছে। যেতিয়ালৈকে বুজন সংখ্যৰ চেতনা জাগ্ৰত নহয় তেতিয়ালৈকে অসমীয়া সমাজৰ উন্নতিৰ মাপকাঠি ডাল উচ্চস্তৰলৈ গতিমান নহ'ব।

ধান খেতি কৰিবলৈ মাটি চহাবলৈ বা হাল বাবলৈ কৰা প্ৰস্তুতিয়েই খেতিৰ আৰম্ভণী, কৃষিৰ আৰম্ভনীত পালন কৰা আনন্দ উৎসৱেই হৈছে বহাগ বিহু। খেতিৰ মূল অৱলম্বন গঞ্জালোকৰ বলধ গৰু হাল। গৰু কেইটাৰ আৰু গাখীৰৰ উৎস গাই কেইজনীৰ সুস্বাস্থ্যৰ কামনাৰে পালন কৰা কৰ্মসমূহ বহাগ বিহুৰ প্ৰধান মাঙ্গলিক কাৰ্য্য। গৰু নোওৱাৰ সামগ্ৰী সমূহ গৰুৰ ছালৰ যতনৰ বস্তু যেনে- মাহ, হালধি, মিঠাতেল ইত্যাদিৰে গা মালিছ কৰি বহাগ মাহৰ আৰম্ভণীৰ বৰষুণৰ নিৰ্মল পানীৰে গৰুৰ গা চাফ চিকুন কৰি খেতিৰ বাবে সাজু কৰা। খেতিয়ক সকলৰ স্বাস্থ্যৰ বাবেও গাখীৰ যোগান দিবলৈ গাই গৰুৰ আদৰ প্ৰতিপালন কৰা প্ৰয়োজনীয় কৰ্ম। গোহালিৰ গৰু কেইটাক বিভিন্ন ৰোগৰ পৰা ৰক্ষা কৰিবলৈ, ম'হ ডাঁহৰ পৰা ৰক্ষা কৰিবলৈ, গোহালিৰ সন্মুখত আৰু পদূলিৰ সন্মুখত তুঁহৰ জুই ধৰি মাখিয়তী, দীঘলতি পাত, ভাং গছ, কেঞা কঠালৰ কাঁইটীয়া পাত দি ধোৱাৰে পৰিৱেশৰ বীজাণু নাশ কৰি শালি ধানৰ চাউলৰ পিঠাগুৰিৰে নিমখিয়া পিঠা গৰু কেইটাক খোৱাইহে খেতিৰ আৰম্ভ কৰাৰ পূৰ্ণ প্ৰস্তুতি চলে, আমাৰ সহজ সৰল গ্ৰাম্য সমাজত। মৰ্ মলিয়া গোন্ধৰ তৰাগছৰ নতুন পঘা, নতুন মৰাপাটৰ খেতিৰ মৰাপাটৰ নতুন পঘা দিয়া এয়া কৃষিভিত্তিক সমাজৰ গৰুক আদৰি লোৱাৰ শুভ চিন্তা।

কথাতেই কয় যে যাৰ নাই ধান তাৰ নাই মান, যাৰ নাই গৰু সি সবাতোকৈ সৰু, বৰ্ত্তমান কিন্তু খেতি কৰা পৰিয়ালৰ সংখ্যা আৰু গৰু পোঁহাৰ সংখ্যা বহুগুণে কমিল। পাঞ্জাৱৰ খেতিৰ চাউল অসমলৈ আহে; দোকানত আমূল তাজা, আমোল স্প্ৰে গাখীৰৰ পেকেট অন্য প্ৰদেশৰ পৰা আহে। ঘৰত জলপান খুন্দা ঢেকী প্ৰায় পৰিয়ালতে নাই। সমগ্ৰ অসমীয়াই যেন নিজস্বতা হীন হৈ পৰৰ মুখলৈ পৰৰ হাতলৈ চোৱা হ'লো।

বিহুৰ গামোচা, নাচনীৰ অলঙ্কাৰ আৰু খোপাৰ কপৌফুল বিদেশ বা অন্য ৰাজ্যৰ পৰা আহে বুলি ঢাক ঢোল বজালে নহ'ব, যদিহে অসমীয়া ৰাইজ নিজে সচেতন হৈ প্ৰচেষ্টা হাতত নলয়। পৰিশ্ৰমৰ মৰ্য্যদা উপলব্ধি কৰি প্ৰয়োজনীয় বিহুৰ সামগ্ৰী প্ৰস্তুত কৰাৰ কাৰ্য্য আমি নিজেই কৰিব লাগিব। পৰমুখাপেক্ষী মেৰুদণ্ডহীন হ'লে জাতি এটা তিষ্ঠি থাকিব নোৱাৰে আৰু উৎসৱৰ প্ৰকৃত আনন্দও হৃদয়ত প্ৰস্ফুটিত হ'ব নোৱাৰে। বিহুৰ সংস্কৃতি যুগমীয়া কৰিবলৈ পুনৰ প্ৰাচীন ঐতিহ্যক সুঁৱৰি খেতি কৰক, গৰু পোহপাল কৰাৰ ব্যৱস্থা লওক, তাঁতশাল খন পুনৰ অসমীয়া নাৰীয়ে সম্পদ বুলি আদৰি লওক তেতিয়াহে যেন প্ৰকৃত বিহুৰ গীত মাতৰ সুৰ সঞ্চাৰিত হ'ব। ❖❖❖

# বিহু বৰ্তমান, অতীত আৰু ভৱিষ্যৎ— এটি পৰ্য্যালোচনা

✍ মৰমী গোহাঁই
সহকাৰী অধ্যাপিকা, এল.টি.কলেজ

সংস্কৃতি এটা জাতিৰ জাতীয় জীৱনৰ বোৱতী সুঁতি। নৈৰ গতিয়েই সংস্কৃতিৰ গতি। নৈয়ে যেনেকৈ নিৰৱিচ্ছিন্ন গতিৰে চিৰদিন বৈ থাকে, সংস্কৃতিও তেনেকৈয়ে ধাৰাবাহিক গতিৰে চলি থাকে। নৈয়ে গৰা খহায়, বলুকা পাতে। সেইদৰে সময়ৰ সোঁতত লাগি সংস্কৃতিৰ সম্পদ এৰা পৰে, নতুনৰ যোগ হয়। কেতিয়াবা কিবা কাৰণত নতুন আৰু পুৰণি সংস্কৃতিৰ দোমোজাত পৰে। তেতিয়া যদি নতুন সোঁতা কোবাল হয়, পুৰণি সোঁতা তৰাং পৰিবলৈ আৰম্ভ কৰে। কিন্তু সংস্কৃতিৰ গতি বৈ থাকে নিৰৱিচ্ছিন্ন ভাৱে।

বিহু উৎসৱ অসমীয়া সংস্কৃতিৰ অমূল্য সম্পদ। বিহু উৎসৱে অকলে অসমীয়াৰ জাতীয় আৰু জাতীয় ঐতিহ্যৰ স্বাক্ষৰ বহন কৰি আহিছে। আৰ্য-অনাৰ্য, আষ্ট্ৰিক-মঙ্গোলীয়, আলপাইন-দ্ৰাবিড় সকলো সংস্কৃতিৰ উপাদানেৰে বিহু সংস্কৃতি গঠিত।

বসন্ত উৎসৱ মূলতঃ কৃষি উৎসৱ, কৃষি উৎসৱ ঘাইকৈ তিনিটা খেতিৰ আৰম্ভণিৰ বেলিকা, খেতিৰ বাঢ়নী বতৰত আৰু চপোৱাৰ শেষত, তদুপৰি খেতি শইচ পোনতে কাটিবৰ দিনা আৰু পথাৰত শইচ সিচিবৰ দিনা বা ৰুবৰ দিনা ও উৎসৱ পাতে বাবে জাতীয় উৎসৱত পৰিণত হয়। অসমীয়াৰ বহাগ বিহু খেতিৰ আৰম্ভণিৰ, মাঘ বিহু সমাৰণি উৎসৱ। উৎসৱৰ মূল উদ্দেশ্য আনন্দ। বহাগত পোৱাৰ আনন্দ, মাঘত পোৱাৰ পাই সামৰাৰ আনন্দ। এই আনন্দ প্ৰকৃতিৰ আনন্দ। জীৱনক উপলব্ধি কৰাৰ আনন্দ। এই আনন্দই কৃষিজীৱি অসমীয়াৰ অন্তৰ স্পৰ্শ কৰি, অনুপ্ৰেৰণাৰ জোৱাৰ আনে। আনন্দৰ পাৰ উথলি উঠি ৰং ৰূপ, গন্ধ, স্পৰ্শ, অভিভূত হয়। কথাবোৰ গীত হৈ যায়। গীতবোৰ সুৰে সুৰে উৰুলি মানুহক জগাই তোলে। মানুহৰ হাতৰ পৰশত, আঙুলিৰ বুলনিত বাদ্যবোৰে জীৱন পায়।

বসন্তৰ পৰশত যেতিয়া প্ৰকৃতি পুৰঠ হৈ উঠে তেতিয়া গছে পাতে, ফুলে-ফলে মানুহৰ মনে মনে ভাবৰ উদ্বেগ ঘটে। প্ৰকৃতিৰ আহ্বানত মানুহ আগবাঢ়ি আহে জীৱনক উপভোগ কৰিবলৈ। ডেকা গাভৰুৱে ৰাতি বিহু পাতে। গোটেই চ'ত মাহ, জোন আৰু জোনাকক সাক্ষী লৈ হাঁহে নাচে গীত গায় বাদ্য বজায়। কাৰোবাৰ জীৱনত যদি যৌৱনৰ ৰাগী লাগে সেই ৰাগীত যদি যুৰীয়া জীৱনৰ স্বপ্ন দেখে, তেনেহলে বহাগত ন-পানীৰে গা-ধুই সংসাৰৰ পাতনি তৰে। এই ৰীতি কৃষি সংস্কৃতিৰ পাতনিৰে পৰা চলি আহিছিল।

যুগ বিবৰ্তন ঘটিছে, কৃষিজীৱি জীৱনৰ স্থায়িত্ব আৰু নিশ্চিন্ততাৰ পথাৰত ছাঁ পৰিছে মালিকীস্বত্ব ভৰা শিল্পযুগৰ স্থায়িত্বহীনতা আৰু অনিশ্চয়তাৰ পথাৰ আৰু কাৰখানা, কৃষক-বনুৱা, অতীত মন আৰু বৰ্তমানৰ নিকৰুণ পৰিস্থিতিৰ মাজত সংঘাত উপস্থিত হৈছে। দুটা যুগৰ এনে সঙ্গম লগ্নত অসমীয়া সংস্কৃতিৰ প্ৰাণ বিহুৱে কি ৰূপ লয় চিন্তনীয় বিষয়।

যুগৰ সলনি কনামুনাত সমাজ আৰু সামাজিক মনৰ ক্ষিপ্ৰ সলনিয়ে আগৰ ধ্যান-ধাৰণা, জীৱন এনেদৰে জোকাৰি পেলাবলৈ লৈছে যে ভৱিষ্যতৰ উৱাদিহ হেৰাই গৈছে। ক্ৰমান্বয়ে বাঢ়ি অহা দুখ-দৈন্যৰ অযুঁয়া হুলে সাধাৰণ জীৱন থকা সৰকা কৰি পেলাইছে। এনে পৰিস্থিতি আৰু তাৰ পৰিৱেশত বিহুৰ নিজস্ব স্থিতি থকাটো প্ৰশ্ন হৈ পৰিছে।

বিহু মন-প্ৰাচুৰ্যৰ প্ৰতীক। বিহু আকৌ জিৰণিৰ উৎসৱ কাৰণ কৃষিজীৱি মানুহৰ আশা আনন্দৰ প্ৰতীক ই জিৰণিৰ উৎসৱ, দেহ-মন জড়তা ভাঙি মনক সবল কৰাৰ উৎসৱ। আশাবাদৰ নাচনীক মনৰ চোতালে চোতালে বিহুৱে নচুৱাই নতুন উদ্দীপনাৰ জাতীয় জীৱন প্ৰাণ চঞ্চল কৰি তুলিছিল। লাহে লাহে কৃষিমুখী জীৱনৰ ভেটি লৰিল।

পথৰুৱা জীৱনৰ আজৰি আৰু আজৰিৰ উৎসৱে দিছিল নতুন কৰ্মপ্ৰেৰণা, সজীৱতা আৰু তৃপ্তি ভৰা অপেক্ষা। কিন্তু শিল্পযুগৰ

সঙ্কুৰিত মেহনতী জীৱনৰ আজৰিয়েই বা ক'ত ? চাকৰিৰ চাকৰিয়ে দিয়া তৃপ্তিভৰা অপেক্ষা হৰতাল, শোভাযাত্ৰা, দৰমহা নাকচ আৰু মৰগীয়া বানচৰ জোৱাৰ। মুকলি মুৰীয়া উদ্দাম যৌৱন সঙ্কুচিত বাটৰ জোঙা শিলত পৰি ক্ষত-বিক্ষত। পথৰুৱা জীৱনৰ আজৰি আৰু আজৰিৰ উৎসৱ দিছিল নতুন কৰ্মপ্ৰেৰণা, সজীৱতা আৰু তৃপ্তিভৰা অপেক্ষা। মুকলি পথাৰৰ বিহুক ৰভাতলীৰ চাৰি খুঁটাৰ মাজলৈ আনি হ'লেও দুডালি কেশ এডালি কৰাৰ প্ৰয়াস কৰা হৈছে।

যুগ বিৱৰ্তনক বাধা দিব নোৱাৰি। সেইদৰে নোৱাৰি সংস্কৃতিৰ পৰিবৰ্তনকো। কাৰণ, সংস্কৃতি স্থবিৰ নহয়, গতিশীল। আদিম সমাজৰ উদং পথাৰ মুকলি বিহু এদিন টাটী চকোৱাৰে ঘেৰা সমাজৰ বৰচোতাল পালেহি। তাৰ পাছত দেউতাৰ পদুলিয়েদি ওলাই ন-জীৱনৰ পকা আলিত উঠিলেহি। সময়ৰ লগে লগে বিহুৰ বাহ্যিক ৰূপ এইদৰেই সলনি হ'ব সন্দেহ নাই। মাত্ৰ গণজীৱনৰ বছেৰেকৰ মূৰত হোৱা আনন্দৰ বাবে কৰা সামুহিকা আকাংক্ষা।

বিহু সামুহিক জীৱনৰ যোৱা পতা দিন। এই দিনটোত জীৱনে জীৱনে, প্ৰাণে প্ৰাণে, সুৰে সুৰে সাঙোৰ খাবৰ বাবে বনৰ বিহুতলী পথাৰৰ মূৰৰ আঁহতৰ ছাঁ নাথাকিলেই বা ক্ষতি নাই মাত্ৰ মনৰ বিহুতলি খনি যে তাতোকৈ বহল। ❖❖❖

# বিহু জাতীয় উৎসৱ/পৰম্পৰা ৰক্ষা

✍ মায়া সন্দিকৈ
কে. বি. ৰোড, উত্তৰ লখিমপুৰ

*চ'তে গৈ এ গৈ এ*
*বহাগে পালেহি*
*ফুলিলে ভেবেলি লতা*
*কৈ নো কৈ থাকিলে*
*ওৰকে নপৰে*
*বহাগৰ বিহুৰে কথা।*

বিহু অসমৰ জাতীয় উৎসৱ। এই কথাত কাৰো দ্বিমত নাই। বিহুকলৈ যদি এবাৰ অতীতলৈ উভতি যাওঁ। বৰ্ত্তমানৰ বিহুক জাতীয়উৎসৱ নে পৰম্পৰা ৰক্ষা বুলি কম। বিহু সম্পৰ্কে আমাৰ কোনো বিজ্ঞান সন্মত অভিজ্ঞতা নাই। কিন্তু জীৱনৰ আঢ়ৈ কুৰি বছৰৰ জ্ঞানপুষ্ট অভিজ্ঞতা ফালৰপৰা যি দেখিছো। তাকে প্ৰকাশ কৰিবলৈ যত্ন কৰিছোঁ।

চহা জীৱনৰ লগত বিহু শব্দটো ৰন্ধ্ৰে ৰন্ধ্ৰে জৰিত হৈ আছে। নিজৰ খেতিৰ মাটিডৰা আৰু গৰু হালক লৈ আশা সপোন ৰচা কৃষকে গৰু বিহুৰ যি মূল বুজিব তাক চহৰত বাস কৰা বোকা মাটিৰ গোন্ধ নোপোৱা এজনে বুজিব নোৱাৰে।

চহা সকলে গৰু বিহু দিনা গৰুক নোৱাই ধোৱাই দিনটো পথাৰত মুকলি মনে চৰিবলৈ এৰি দিয়ে। গধূলি ঘৰলৈ অহা সময়ত পদূলিৰ মূৰত জাক দিয়ে। গোহালিত সোমোৱাৰ আগতে পিঠা খাবলৈ দিয়ে। তাৰ পিছত নতুন তৰাৰ পঘাৰে বান্ধে। গৰুক পিঠা নিদিয়াকৈ ঘৰত পিঠা নাভাজে।

ল'ৰালিৰ কালত বিহু শব্দটোৱে মন প্ৰাণ উতলা কৰে। গাঁৱৰ তিনি আলিৰ মাজত থকা পিপল জোপাত ন কুঁহিপাত মেলাৰ লগে লগে আমিও নতুন কাপোৰৰ বাবে আমনি কৰোঁ। গাঁৱত থকা দৰ্জিজনৰ ওচৰত আমাৰ বিহুৰ ফ্ৰক চিলাবলৈ দিয়ে। দিনটোত যে কিমান বাৰ দৰ্জিৰ ঘৰত ভুমুকি মাৰো নতুনচোলাৰ বাবে। আমাৰ উৎপাত সহ্য কৰিব নোৱাৰি দৰ্জিয়নীয়ে ফলা খৰিলৈ খেদাধৰে নেপালী ভাষাতে গালি পাৰে। অথচ সঘনাই দৰ্জিৰ ঘৰলৈ যাওঁ।

ইফালে বাইদেউহঁত ব্যস্ত বিহুৰ আগতে গামোচা যুতি শেষ কৰাত। আইতাহঁত ব্যস্ত চিৰা, সান্দহ, আখৈ, মুৰিৰে আখল শালৰ কলহ ভৰ্ত্তি কৰাত। কাৰো এক্ষন্তেক ৰ'বলৈ সময় নাই। আকৌ বিহুৱতী গাভৰুৱে বিহুৱালৈ বুলি গামোচা বয়- তাক নামৰ জৰিয়তেই প্ৰকাশ কৰে-

*চেনেহৰ দীঘেদি*
*মৰমৰ বানি বৈ*
*হেপাহৰ আচুৰে বোৱা*
*হেনোখনি গামোচা*
*তোমালৈ সাঁচিছো*
*বিহুলৈ যাওঁতে লবা।*

বিহুৰ আগতে গাঁৱৰে গাভৰুহঁতে যাৰ য'ত সুবিধা তাতে বিহুলৈ কাপোৰ ধোৱে-নৈৰ ঘাট, জানৰ পাৰ বা বিহুৰ পাৰত চেনাইক উদ্দেশ্যি গাই-

*চিৰিপ চিৰিপ কৰি*
*কাপোৰ ধুইআছিলো*
*শ্ৰী লুইতলৈ চাই*
*শ্ৰী লুইতে সুহুৰি মাৰিলে*
*চেনাই নাৰে মেলি যায়।*

তেতিয়া চেনায়ে গায়-

*যাবলৈ ওলাইছো*
*ডিবৰু হাটলৈ*
*তোমালৈ আনিমে কি?*

চেনেহীয়ে গায়-

*হাতে চাই আনিবা*
*হাতৰ মুঠি খাৰু*
*কাণে চাই আনিবা কেৰু*

বজাৰ কৰি ঘুৰি নাহে মানে চেনেহীৰ তাঁতৰ পাতত মন নবহে বাৰে বাৰে বাটলৈ চাই-

*আগলি বাঁহৰে লাহৰি গগনা*
*বহি তাঁতৰ পাতত বাও*
*আহে কি নাহে ঐ মোৰে ধন চেনাই ঐ*
*চিৰি পাতি মংগল খন চাওঁ।*

*ম'হৰে গুৱালটি কাতিৰাম ককাইটি*
*ভোটমলা গাঁঠিব জান*
*আমাৰে ঘৰলৈ সদায় আহ যাৰ*
*ভোটমলা এধাৰি নান-।*
*পাহাৰ বগাই বগাই*
*কপৌফুল মই আনি দিম*
*খোপাতে মেৰিয়াই ল'বা*
*হাবিৰে পৰা বৰহমথুৰি আনি দিম*
*দুই ওঁঠত বুলায়ে ল'বা।*

বিহুত নতুন কাপোৰ লোৱা পৰম্পৰা চলি আহিছে আৰু চলি থাকিব।

*বিহুৱতী চৰায়ে কৰে বিহু বিহু*
*আমাৰ বিহু কাপোৰ নাই*
*সমনীয়াই সুধিলে কমে কি বুলি*
*সৰুতে মৰিলে আই।*

*চতাই পৰ্বতৰ ধুৰলি কুঁৱলী*
*কোনে ভাতে ৰান্ধি খায়*
*মাক নাই মাৰুৱা তিৰি নাই বৰলা*
*হাতী ধৰিবলৈ যায়।*

উত্তৰ -

*হাতী হেৰুৱালো লিহিৰি বনতে*
*ঘোঁৰা হেৰুৱালো ৰণত,*
*পাই হেৰুৱালো প্ৰাণৰে পুতলি*
*চোতালৰ দুৱৰি বনত।*

বৰ্তমান যান্ত্ৰিকতাই গ্ৰাস কৰা কৃষকে গৰু হালক কিমান আন্তৰিকতাৰে গ্ৰহণ কৰিছে। সম্প্ৰতি বহু গাঁৱত গৰু বিহুদিনা গৰু দেখিবলৈ পোৱা নাযায়। কাৰণ গাঁৱৰ পৰা গৰু গোহালি আৰু ঢেকী কেতিয়াবাই বিদায় দিলে। তাৰ ঠাই পূৰ কৰিলে ট্ৰেক্টৰ আৰু ধানবনা কলে। বিহু চহৰ মুখী হ'ল। ভোগালীৰ জলপানে চহৰৰ গৃহিনীৰ পাকঘৰ পূৰ্ণ কৰাত সহায় হ'ল। বহিঃ ৰাজ্যৰ গামোচাই বজাৰ ভৰি পৰিল। বৰ্ত্তমানৰ যুৱতীয়ে তাঁত শালৰ কথা গমকে নাপায় তাহানিতে এখন সভাত এটা গান শুনা কথা মনত পৰে-

*চালি মাৰিত চুঙা বাদুলি*
*টোলোঠাতে ঘুণ*
*নাচনি জৰিকেই ডালি*
*নিগনিৰ লগুণ।*

তেতিয়া গানটো শুনি হাঁহিছিলো। তাৰ তাৎপৰ্য্য এতিয়াহে অনুভৱ কৰিছোঁ। যিমানেই সহজলভ্য হৈছে সিমানেই আন্তৰিকতাৰ অভাৱ ঘটিছে। বিহুৱান দিয়া আৰু লওতাৰ মাজত আন্তৰিকতা নহয় পৰম্পৰা ৰক্ষা কৰা দেখা যায়। আমাৰ সৰু কালত গোটেই বহাগ মাহটোৰেই বিহু হৈ থাকে। ওচৰৰ গাঁৱৰ মিছিং, দেউৰী বিহুৱা দলে হুচৰি গাবলৈ আহে। বিহু চাই চাই হুচৰিৰ পিচে পিচে ঘূৰি ফুৰিছিলো। এতিয়া গাঁৱত আগৰ মানুহ ও নাই বিহু ও নাই। গাঁৱৰ বিহু হুচৰিত চহৰৰ প্ৰতিযোগিতাৰ প্ৰভাৱ পৰিল। আগতে গৰু বিহুদিনা হুচৰি গাই গাঁৱৰ প্ৰতি ঘৰ গৃহস্থক আৰ্শীবাদ দিয়ে বছৰটো কুশলে থাকিবৰ বাবে। গৃহস্থই হুঁচৰি আহিব বুলি সাদৰেৰে বাটচাই থাকে বহুতে মনৰ আশা পূৰ্ণ হ'লে পোহনি দিম বুলি গাঁৱৰ হুচৰি যোৰালৈ আগ কৰি থয়। হুচৰি গোৱাৰ শেষত বিহুৰ চিৰা, পিঠা খোৱায় আৰ্শীবাদ লয়।

*গৃহস্থই শৰাইত যি দিয়ে তাকৈ লৈ গায়-*

*এটা বাতিত নহৰু এটা বাতিত পনৰু*
*এটা বাতিত খুতৰা শাক*
*মূৰৰ ছুলি চিগুি আৰ্শীবাদ কৰিছো*
*গৃহস্থ কুশলে থাক।*

গাভৰু ছোৱালী থকা ঘৰত যদি শৰাইত গামোচা নিদিয়ে তেতিয়া ডেকাহঁতে গায়-

*অ' চামৰ পিৰা ফাগুন চ'ত মহিয়া*
*গামোচা বৈছিলা*
*তাৰে ঐ এখনি আমাক আনি দিয়া*
*গুটি ফুলৰ গামোচা কাৰলৈনো সাঁচিছা*

*তাৰে ঐএখনি আমাক আনি দিয়া।*

গাভৰুহঁতে গামোচা দি হাঁহি মুখে বিদায় দিয়ে। কিন্তু বৰ্ত্তমান হুচৰি আহিলে গৃহস্থৰ মনে মনে ভয় হয়। কাৰণ হুচৰিয়ে গৃহস্থক আৰ্শীবাদ দিবলৈ নাহে আহে টকাৰ দৰ-দাম কৰিবলৈ। এবাৰ গাঁৱৰ পৰা এযোৰা হুচৰি আহিল। শৰাইত তামোল পাণ অৰিহনাৰ লগত এখন গামোচা দি সেৱা জনালোঁ। তেওঁলোক সন্তুষ্ট নহ'ল। তেওঁলোকে ক'লে- গাঁৱত গামোচাৰ অভাৱ নাই। গতিকে তেওঁলোকক নগদ ধনহে লাগে গামোচা নালাগে। তেতিয়া মই হতবাক হ'লো যি অসমীয়াই তামোল পাণ আৰু গামোচাৰ মূল্য বুজি নাপায়; তেনে অসমীয়াৰ বাবে বিহু জাতীয় উৎসৱ বুলি ক'ব পাৰি জানো? তেওঁলোকৰ বাবে পৰম্পৰা ৰক্ষা আৰু ধন ঘটা এটা প্ৰক্ৰিয়া। যান্ত্ৰিকতাই গ্ৰাস কৰা নৱ প্ৰজন্মৰ মনত বিহু সংক্ৰান্তিৰ কোনো সমাদৰ নাই। কাৰণ "কণাৰ কি দিন কি ৰাতি। নগাৰ কি বিহু সংক্ৰান্তি।" উচ্চ আকাংক্ষাই সকলো নিঃশেষ কৰি পেলাইছে। প্ৰতিযোগিতাৰ দৌৰত নিজক পাহৰি গৈছে। এনে পৰিৱেশত যি সকল গঢ়লৈ উঠিব তেওঁলোকৰ বাবে বিহু জাতীয় উৎসৱ হ'ব নে??? ❖❖❖

# "লোক সংস্কৃতি 'বিহু' আৰু পৰম্পৰা ৰক্ষাৰ দায়বদ্ধতা"

✍ শ্ৰীদেৱ জ্যোতি চেতিয়া
সহকাৰী অধ্যাপক, এল. টি. কে. কলেজ,
আজাদ, লখিমপুৰ

জাতীয় অনুভূতি নথকা জাতি সম্ভৱত এই পৃথিৱীত নাই আৰু এক বিশেষ আবেগিক চেতনাৰে উদ্বুদ্ধ হৈয়ে এই জাতি সমূহে সৰু সৰু জনপদ সৃষ্টি কৰিছিল য'ত লুকাই আছিল ঐক্যবদ্ধ, সামাজিক সাংস্কৃতিক তথা ধৰ্মীয় পৰম্পৰা। গতিকে, লোক সংস্কৃতিৰ বীজ তাতেই ৰোপন হৈ আছিল। অৱশ্যে লোক সংস্কৃতিৰ ধাৰণা ব্যাপক, যাক সাধাৰণ কৰণীত চপাই ধৰিব নোৱাৰি। এই লেখাটোত লোকসংস্কৃতিৰ সংজ্ঞা সাৰাংশক একাশৰীয়াকৈ ৰাখি অসমীয়া সংস্কৃতিৰ অভিন্ন উপাদান 'বিহু'ৰ ওপৰত এক চমু অৱলোকন আগবঢ়াবলৈ চেষ্টা কৰা হৈছে।

অসমীয়া সংস্কৃতি পথাৰ, প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰা এক আদিম সংস্কৃতি। ভালকৈ লক্ষ্য কৰিলে দেখা যায় যে, অসমীয়াসকলে পালন কৰা তিনিওটা বিহুৰেই, শস্য সিঁচা বা চপোৱা তথা শস্য সিঁচাৰ বাবে বতৰৰ আৰম্ভনি ও পথাৰৰ উৰ্বৰতা সৃষ্টিৰ লগতেই ওতঃপোতভাৱে জড়িত। বিশেষকৈ প্ৰকৃতিৰ উৰ্বৰতা বৃদ্ধি হোৱাৰ সময়ত উদ্‌যাপিত হোৱা বহাগ বিহুতেই লুইতপৰীয়া অসমীয়া কৃষিজীৱি সকলৰ নিজস্ব সংস্কৃতিৰ উজ্জ্বল চানেকী দেখিবলৈ পোৱা যায়। সেয়া বহাগ বিহুৰ গীততেই হওঁক নৃত্যতেই হওঁক নাইবা আচাৰ অনুষ্ঠানেই হওঁক। কৃষিজীৱি আদিম সমাজৰ এই সৃষ্টি স্পৃহা বিহুৰ সময়তেই সমুজ্জ্বল হৈ উঠে। বিহুৰ বিনন্দীয়া ৰূপৰ বাবেই বহুতে ভাবিবলৈ বাধ্য হয় যে বিহু আৰ্য্যসকলৰ অৱদান বুলি। অসমৰ পৰ্বতে ভৈয়ামে থকা থলুৱা জাতি জনগোষ্ঠীবোৰৰ বিভিন্ন নৃত্য গীত উৎসৱ সমূহে পৰোক্ষভাৱে প্ৰমাণ কৰে যে, বিহু কৃষিকেন্দ্ৰীক উদ্‌যাপিত হোৱা এক পৌৰাণিক পৰম্পৰা। আমি যদি উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীসমূহৰ উৎসৱবোৰলৈ লক্ষ্য কৰো, বিশেষকৈ ওৱাংগলা আৰু ৰংচুগালা গাৰোসকলৰ কৃষি নৃত্য, বড়োসকলৰ খেৰাই নৃত্য, খাচী মিকিৰ ৰেংমোসকলৰ উৎসৱ, আদি সকলৰ পুনং নৃত্য আৰু নগা সকলৰ বসন্ত উৎসৱ, আদিবোৰে এই পৌৰাণিক জনগোষ্ঠীসমূহৰ প্ৰকৃতিৰ ওপৰত থকা বিশ্বাসৰ কথা সোঁৱৰাই দিয়ে। এনেবোৰ চহকী পৌৰাণিক পৰম্পৰালৈ লক্ষ্য কৰিলে এটা কথা ঠাৱৰ কৰিব পাৰি যে, অসমৰ বহাগ বিহুও কৃষি কৰ্মৰ ওপৰত নিৰ্ভৰ কৰি পালন কৰা এক উৎসৱ। যেতিয়া প্ৰকৃতি উৰ্বৰাক্ষম হৈ পৰে, সমগ্ৰ অসমীয়া জনসাধাৰণে ৰং ৰহইচ নৃত্য গীত আনন্দৰে শস্য উৎপাদনৰ শুভাৰম্ভণি ঘটায়। আকৌ বিহুৰ সৃষ্টিও সাধাৰণ খাটি খোৱা কৃষিজীৱি মানুহৰে উৰ্বৰা মস্তিকৰে উৎপাদিত ফচল বুলিব পাৰি। কাৰণ, বিহুৰ উদ্দাম নৃত্য গীতত আদিম কৃষিজীৱি মানুহৰ উন্মুক্ত আৰু স্বতঃস্ফুত জীৱন স্পৃহাৰ উল্লাসময় ছন্দৰ মুৰ্ত্তপ্ৰকাশ ঘটে। তাৰোপৰি, বিহুৰ স্বকীয় বৈশিষ্ট্যত কোনো পণ্যভিত্তিক উচ্চ সংস্কৃতি (High Culture) আৰু পণ্য সংস্কৃতিৰ (Mass Culturte) কোনো প্ৰভাৱ নপৰাকৈ বিহুও আৰম্ভ হৈছিল বিশুদ্ধ লোক সংস্কৃতি (Folk Culture) ৰূপেই। প্ৰখ্যাত সমাজ তাত্বিক ড্ৱাইত মেকড্নাভেৰ মতে, লোক সংস্কৃতি (Folk Culture) হৈছে "Folk culture was untill the industrial revolution,the culture of the common people. It grew genuine out of the life and work of the people, aspontaneous autochators expression of the people shaped by themselves pretty much without the benefit of high culture." (Folk Culture. MVC Jeffreys) অৰ্থাৎ লোক সংস্কৃতি শিল্প বিপ্লৱৰ সময়ৰলৈকে সাধাৰণ মানুহৰে সংস্কৃতি আছিল। ই জীৱন আৰু কামৰ পৰাই স্বাভাৱিকভাৱে উদ্ভৱ হৈছিল। ই হ'ল মানুহৰ, মাটি, বালি, শ্ৰমৰ স্বতঃস্ফূৰ্ত প্ৰকাশ আৰু ইয়াক সাধাৰণ মানুহেই উচ্চ সংস্কৃতিৰ কোনো সহায় নোলোৱাকৈ অতি সুন্দৰভাৱে নিজে নিজেই গঢ় দিছিল।

কৃষিভিত্তিক সাধাৰণ মানুহৰ এই থলুৱা পৰম্পৰাগত নৃত্য গীত মাত উত্তৰ পূব অঞ্চলৰ পৰ্বতে ভৈয়ামে প্ৰচলন হৈ থকাৰ

পাছত ১৩শতিকাত সুদূৰ দক্ষিণ চীন দেশৰ পৰা অহা মংগোলীয় গোষ্ঠী আহোম স্বৰ্গদেউসকলৰ দিনত ৰজাঘৰীয়া পৃষ্ঠপোষকতা পায়ে সাধাৰণ চহা লোকৰ উৎসৱৰ পৰা গৈ জাতীয় স্বকীয় সংস্কৃতিৰ ৰূপ ল'লে। আনকি তিনিটি বিহুৰ ভিতৰত বহাগ বিহুৰ গুৰুত্ব বৃদ্ধি হৈ আহোমৰ ৰাজধানী ৰংপুৰত ৰাজকীয় উলহ মালহেৰে সপ্তাহ জুৰি বিভিন্ন দিনত ভিন্ন নামেৰে উদ্‌যাপিত হ'বলৈ ধৰিলে। অৱশ্যে বিহু উৎসৱ পালনৰ যি স্বতঃস্ফূৰ্ত জাতীয় উন্মাদনা, ব্ৰিটিছৰ শাসনৰ সময়ছোৱাত বহুখিনি স্তিমিত হৈ পৰিছিল। হোৱাটোও স্বাভাৱিক কাৰণ, সেই সময়ৰ আৰ্য্য হিন্দুধৰ্মী উচ্চ সম্প্ৰদায় সকলে মুকলিমুৰীয়া নৃত্য গীতত অংশ গ্ৰহণ কৰা নাছিল। আনকি ইংৰাজ চৰকাৰৰ অধীনত পাশ্চাত্য শিক্ষাৰে শিক্ষিত এচাম অভিজাত অসমীয়া আমোলা বিষয়াই এনে নৃত্য গীতৰ পৰম্পৰাক অশ্লীল বুলি হেয় জ্ঞান কৰিবলৈও কুণ্ঠাবোধ কৰা নাছিল। অৱশ্যে পৰৱৰ্তী সময়ত, জাতীয়তাবাদ উত্থানৰ অংশ স্বৰূপে সংগঠিত হোৱা মুক্তি সংগ্ৰামৰ কাণ্ডাৰীসকলে (লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্তবৰদলৈ আদি) অসমীয়া চহা স্থানীয় সাংস্কৃতিক স্বকীয়তাক ধৰি ৰাখিবলৈ সক্ষম হয়। স্বাধীনতা লাভৰ পাছৰ পৰা বিহুক অসমীয়া লোক সংস্কৃতি তথা জাতীয় একতাৰ প্ৰতীক বুলি সমগ্ৰ অসমতে আদৰি লবলৈ ধৰিলে। অসমৰ বিভিন্ন জাতি উপজাতি ধৰ্ম ভাষা নিৰ্বিশেষে সকলোকে একতাৰ এনাজৰীয়ে স্বতঃস্ফূৰ্ত ভাৱে সন্মিলিত হোৱাৰ সুযোগ আৰু আনন্দ কেৱল বিহুৱেই উপলব্ধ কৰায়। তদুপৰি, আজিৰ বিহুক প্ৰায় সকলোৱেই অসমৰ সাংস্কৃতিক ঐতিহ্যৰ সৰ্ববৃহৎ লোক সংস্কৃতি বুলি গ্ৰহণ কৰা দেখা গৈছে। ফলত বিহুৱে প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছে। গুৰুত্বপূৰ্ণ কথা যে, বিহুৰ নৃত্য গীতৰ লগতে অন্যান্য বিভিন্ন দিশৰ ওপৰত গৱেষণা চলিবলৈ ধৰিছে। তাতোতকৈ তাৎপৰ্য্যপূৰ্ণ কথা যে, মনমতলীয়া কৰা বিহুৰ নৃত্যগীতত আকৰ্ষিত হৈ দেশী বিদেশী ছাত্ৰ ছাত্ৰীয়েও লোক সংস্কৃতি বিহুৰ ওপৰত গৱেষণামূলক অধ্যয়ন অনুশীলন আৰম্ভ কৰিছে।

এটা কথা অনস্বীকাৰ্য যে, সংস্কৃতি সদায় বোৱতী নদীৰ দৰে গতিশীল। সেয়ে, আমি ইয়াক বন্ধ পানীৰ জলাশয়ৰ দৰে স্থবিৰ কৰি ৰাখিব নোৱাৰো। আপোন ঐতিহ্য আৰু পৰম্পৰাগত বৈশিষ্ট্য ৰক্ষা কৰি, আবহমান সময়ৰপৰাই অসমীয়া লোক সংস্কৃতিক বিশ্বৰ দৰবাৰত জিলিকাই ৰাখিছে, একমাত্ৰ জাতীয় উৎসৱ বিহুৱেই। জ্যোতিপ্ৰসাদ আগৰৱালা আৰু হেমাংগ বিশ্বাসে কোৱাৰ দৰে, কৃষ্ণৰ গৰ্ভত মাতৃ যশোদাই সমগ্ৰ বিশ্বকে দেখিবলৈ পোৱাৰদৰে,বিহুৰ মাজতে সমগ্ৰ অসমীয়া সমাজৰ সংস্কৃতিক দেখিবলৈ পোৱা যায়।

কিন্তু, বৰ্তমান সময়ৰ বিশ্বায়ন আৰু যান্ত্ৰিক সভ্যতাৰ প্ৰভাৱ সমাজ সংস্কৃতিৰ ওপৰত ব্যাপক ভাৱে পৰিবলৈ ধৰিছে। আজিৰ, যান্ত্ৰিক যুগৰ প্ৰচাৰ মাধ্যম, ব্যৱসায়ৰ লোভ, কৃত্ৰিমতাৰ প্ৰভাৱ আৰু সাংস্কৃতিক বিনিময়ৰ অপকাৰী অৱদান তথা আধুনিক সমাজ সংস্কৃতিৰ ক্ষীপ্ৰ পৰিৱৰ্তনৰ বাউলী বতাহে আমাৰ বুকুৰ আপোন বিহুটিকো স্পৰ্শ কৰিছে। ফলস্বৰূপে বিহুৰ স্বকীয় বৈশিষ্ট্যৰ ৰং, ৰূপ, ৰস ব্যঞ্জনাৰ চিৰাচৰিত চেহেৰা সলনি হ'বলৈ ধৰিছে। বিজাতীয় সংস্কৃতিয়ে যি দৰে গ্ৰাস কৰিবলৈ ধৰিছে, হয়তো অনাগত সময়ত বিহুৰ অস্তিত্ব ৰক্ষাৰ বাবে সংগ্ৰাম কৰিব লাগিব। বহুতে আকৌ বিহুৰ ভৱিষ্যত সম্পৰ্কে সংশয় আৰু সন্দেহ প্ৰকাশ কৰা দেখা গৈছে।

পৰিৱৰ্তনৰ ধূমখেমিয়াত তাহানিৰ মুকলি পথাৰৰ বৰ আঁহতগছৰ তলত মুকলি বিহু, জেং বিহু আৰু ৰাতি বিহু পতাৰ মুক্ত পৰিৱেশ নোহোৱা হ'ল। তদুপৰি, কৰ্মব্যস্ততা তথা নৈতিকতাহীনতাৰ বাবেও আনন্দত মন-মতলীয়া হোৱা পৰিৱেশ নোহোৱা হ'ল। তাৰ ঠাইত বিহু আজি সু-সজ্জিত মঞ্চ পালেহি, বঁটা পুৰস্কাৰৰ স্বীকৃতিভিত্তিক প্ৰতিযোগিতালৈ ৰূপান্তৰ হ'ল। তাহানিৰ ম'হৰ পিঠিত উঠি কাণত ধৰি 'হায়ৈ' বুলি চিঞৰ মাৰি গোৱা বিহুগীত, প্ৰাণঢালি বজোৱা ঢোল, পেঁপা, গগনা আৰু উদ্দাম লহৰত উন্মনা গতিৰে নচা বিহু নাচ আজি নোহোৱা হ'ল। তাৰ ঠাইত আজি, যন্ত্ৰসৰ্বস্ব ৰেকৰ্ড, কেছেট স্থুলযন্ত্ৰ আৰু কেমেৰা, ফিল্মত বন্দী হৈ অনাতাঁৰ, দুৰদৰ্শন তথা মঞ্চ প্ৰদৰ্শনীৰ পণ্যলৈ পৰিৱৰ্তন হ'ল। উৰ্বৰা সংস্কৃতিৰ প্ৰভাৱ সম্বলিত প্ৰতীক, বিহুৰ সাজ-পাৰ, আ-অলংকাৰ তথা অন্যান্য সা-সামগ্ৰীবোৰো ব্যৱসায়িক গোষ্ঠীৰ হাতলৈ গৈ বজাৰৰ ব্যৱসায়িক সামগ্ৰীলৈ পৰ্যবসিত হ'বলৈ ধৰিলে। আজিৰ ব্যয়বহুল বিহু মেলা, বিহু উৎসৱাদি বহুলাংশে বিত্তৱানৰ মৰ্জিত চলা অনুষ্ঠান হ'বলৈ ধৰিলে, য'ত সাধাৰণ লোকৰ মুকলিমুৰীয়া অংশগ্ৰহণত বাধা আহি পৰিল। কৃষিজীৱি মানুহৰ ঐতিহ্যপূৰ্ণ জীৱন যৌৱন আৰু সৃষ্টি চেতনাৰ ওপৰত ৰচিত বিহুগীত, মাত সুৰ আদিত আজি আধুনিক ঔদ্যোগিক, বাণিজ্যিক আৰু কৃত্ৰিমতাৰ প্ৰভাৱ পৰি আপোন সুৰ হেৰুৱাই বেসুৰীয়া আধুনিক লঘু সংগীতৰ ৰূপ লবলৈ ধৰিলে। উৰ্বৰা আবেদনৰ স্বতঃস্ফূৰ্ত প্ৰকাশ বিহু নাচৰ উদ্দাম ভংগী আজি কৃত্ৰিম আখৰাৰ ওৰণি তলৰ বোৱাৰী সদৃশ ৰূপ লৈ প্ৰতিযোগিতাৰ বঁটা বাহনৰ লালসাত বিচাৰকৰ দৃষ্টি আকৰ্ষন কৰিবলৈ, প্ৰয়োজন সাপেক্ষে অশ্লীল ভংগী পৰ্য্যন্ত দিয়া ৰুচিপূৰ্ণহীন অঙ্গীভঙ্গীলৈ অধঃপতিত হবলৈ ধৰিছে। সংস্কৃতি ৰক্ষাৰ নামত মতলীয়া এচাম অসমীয়া নামধাৰী ব্যক্তিৰ কৱলত বিহু বিহলৈ পৰিৱৰ্তন হৈছে। 'বিহু পতা' 'বিহু খোৱা' আৰু 'বিহু মৰা' সংস্কৃতিৰ নামত ভূৱা সংস্কৃতি প্ৰিয় হৈ এচামে সমগ্ৰ অসমীয়া জাতিৰে বদনাম ৰচিব বিচাৰিছে।

ইমানবোৰ কুপ্ৰভাৱ স্বত্বেও বিহুৰ মান একেবাৰে তললৈ গৈছে বুলি কব পৰা নাযায়। অসমৰ জঠৰ ঔদ্যোগিক তথা অৰ্থনৈতিক উন্নতিৰ বাবে এতিয়াওঁ অসমখন গ্ৰাম্যপ্ৰধান হৈয়ে আছে, য'ত লোক সংস্কৃতিৰ বীজ ৰোপিত হৈ থাকে। তাহানিৰ মান্ধাতা যুগৰ কেঁকোৰা নাঙল লৈ, পঁয়ালগা গৰু ম'হৰ দ্বাৰা হালবাই পৰম্পৰাগত ঐতিহ্য ও বৈশিষ্ট্য বহুখিনি জীপাল হৈ আছে। অসমৰ গ্ৰাম্য জীৱনৰ পূৰ্বাপৰ ৰীতি-নীতি, আচাৰ-বিচাৰ ও বিশ্বাস আদিত

কম বেছি পৰিমাণে এতিয়াও মানি চলাৰ বাবে বিহুৰ মাদকতা একেবাৰে ম্লান পৰি যোৱা নাই। সেয়ে,বিহুৰ সৃষ্টিশীল ঐতিহ্য, জীৱনমুখী বৈশিষ্ট্য আৰু সুস্থ পৰম্পৰাপাৰ্য্যমানে সুৰক্ষা দিবলৈ সকলোৱে সচেতনতাৰে প্ৰচেষ্টা চলোৱা উচিত। বছৰৰ বিভিন্ন ৰীতি-নীতি, উৎসৱ-পাৰ্বনৰ ভিতৰত বিহু বুলি ক'লে যি উষ্ম সুকীয়া অনুভূতি জাগে, তাক বুকুৰ উমাল চেনেহৰে প্ৰতিজন অসমীয়াই জীয়াই ৰাখিব লাগিব।

নিজৰ আপোন সংস্কৃতিক ৰক্ষা কৰিবলৈ আমি গ্ৰহণ কৰা পৰমুখাপেখী চৰিত্ৰ ত্যাগ কৰিব লাগিব। বিহুৰ নামত বাহুল্যতা বৰ্জন কৰিব লাগিব, যিয়ে, সামাজিক আৰু অৰ্থনৈতিকভাবে জাতিৰ ওপৰত মোক্ষম আঘাত হানে। ইমান এটা চহকী জাতীয় সংস্কৃতিক কিছুলোকৰ ব্যক্তি স্বাৰ্থৰ বাবেই পণ্য সামগ্ৰীৰ দৰে বনিকশ্ৰেণীৰ হাতত এৰি দিব নালাগিব। সাংস্কৃতিক পৰিবৰ্তন আৰু বিনিময়ৰ নামত জাতিধ্বংসী প্ৰহেলিকাবোৰ দূৰতে বিনাশ কৰিব লাগিব। বিহু যিহেতু সাধাৰণ কৃষিজীৱি লোকৰ সৃষ্টি, সেয়ে তাক বিত্তৱানৰ মুঠিৰ পৰা আজুৰি আনি, প্ৰতিযোগিতা লৈ পৰ্যবসিত নকৰি জীৱনমুখী প্ৰমূল্যবোধ সম্বলিত, জনগণৰ সংস্কৃতি বা গণ সংস্কৃতি (Peoples' Culture) হিচাবে গঢ়ি তুলিব লাগিব। য'ত কাৰোৱে মুনাফা নাথাকিব, জাগতিক সমৃদ্ধিৰে জীৱন, সত্য, সুন্দৰ মঙ্গলময় কৰি তোলাৰ সাংস্কৃতিক সাধনাই সৰ্বাধিক গুৰুত্ব লাভ কৰিব। ভাৰতবৰ্ষ তথা অসম এখন বিভিন্ন জাতি জনগোষ্ঠী, ভাষা-ভাষী, ভিন্ন ধৰ্ম সংস্কৃতিৰে ভৰা দেশ। প্ৰতিটো ধৰ্ম সংস্কৃতিৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি, উচ্চাংগ সংগীত পৰিহাৰ কৰি, সাংস্কৃতিক সমন্বয় সাধনৰ চেষ্টা কৰাতো সকলো অসমীয়াৰে লক্ষ্য হব লাগিব। অসমীয়া লোক সংস্কৃতি বৈশিষ্ট্যময় উৎসৱ বিহুৰ সুন্দৰ ভৱিষ্যতৰ স্বাৰ্থত সমগ্ৰ জাতিয়ে যেতিয়া সচেতনভাৱে সুৰক্ষাৰ হকে সংগ্ৰাম চলাই যাব, যিমানেই পৰিবৰ্তনৰ ধাৰা নাহক, বিহুৰ স্বকীয় ৰূপ লাবণ্য জুইয়ে পোৰা সোণৰ দৰে উজ্জ্বল হৈয়ে থাকিব। ❖❖❖

# বিহু গ'লে বিনাবা কাক

✍ মীনা ফুকন হাজৰিকা
কে.বি ৰোড, ৱাৰ্ড নং-১১

*"ন-পানী বাঢ়িলে নাহৰ ফুল ফুলিলে*
*আঁহতে সলালে পাত,*
*কুলি-কেতেকীয়ে ইনালে বিনালে*
*বিহু বিহু লাগিছে গাত?"*

সময় পৰিবৰ্তনশীল। পৰিবৰ্তনৰ বতাহে জনজীৱনক কোবাই গ'লেও ঋতুৰ নিয়ম মানি বসন্ততে ব'হাগ আহে। বসন্তকালত প্ৰকৃতিৰ ৰূপ-বৰ্ণক অভাৱনীয় পৰিবৰ্তন হয় আৰু প্ৰকৃতিৰ পৰিবেশে মানসিক জগতকে অনাবিল আনন্দ প্ৰকাশ কৰে। সেয়ে মানুহ মাত্ৰেই ৰঙতেই মতলীয়া হৈ পৰে। গছ লতিকাৰ কোমল কুঁহিপাতৰ মিচিকি হাঁহিৰে উদ্ভাষিত হয় প্ৰকৃতি। কুলি কেতেকীৰ সুৱদি গীতে দিয়ে বিনন্দীয়া বহাগৰ বতৰা। প্ৰতিবাৰে আহে হেঁপাহৰ ব'হাগ বিহু। বিহুটিক আদৰিবলৈ উ দ্বাউল জনগণ। সমগ্ৰ ৰাজ্যত চলে ৰঙালীক আদৰাৰ উচাহভৰা আয়োজন গছ-লতিকাৰ কুঁহিপাতে বিনন্দীয়া ধৰণীক ন-ৰূপত ব'হাগে সজাই তোলাৰ দৰেই উদং পথাৰৰ সেউজীয়া কৰাৰ দুৰ্বাৰ কৰাৰ কামনাক কৃষক জনসাধাৰণো আন্দোলিত হয়। সেয়ে ৰঙালী বিহু কেৱল অনুভৱ বা উল্লাসৰে নহয়, এইয়া সৃষ্টিৰো এক প্ৰতিশ্ৰুতি, যি প্ৰতিশ্ৰুতিৰে ধ্বংসৰ বিকৃত চেতনাক প্ৰতিহত কৰি প্ৰেমৰ পৃথিৱী গঢ়াৰ বাবে আমাৰ সকলে কে অনুপ্ৰাণিত কৰে। ৰঙালী বিহুৱে সকলোৰে মাজত প্ৰেম-ভাতৃত্বৰ মনোভাৱ অধিক সুদৃঢ় কৰে।

*"দিখৌ নৈ পাৰৰে থোৰালি টেঁকীয়া*
*দিনে চাৰি আঙুল বাঢ়ে*
*তৌলৈ লাহৰী মনতে পৰিলে*
*ৰাতিও টোপনি নাহে।"*

এটা সময় আছিল যেতিয়া বিহু উৎসৱ উদ্‌যাপিত হৈছিল গাঁৱত। ঘৰে ঘৰে আগ চোতালত হুঁচৰি আৰু গাঁৱৰ এমূৰৰ পথাৰত আঁহতৰ তলত ডেকা-গাভৰুৰ বিহু। কিন্তু সময়ৰ সোঁতত চোতালৰ হুঁচৰি, পথাৰৰ বিহু নদীৰ দাঁতিত পৰি থকা জাজৰি হ'ল। গাঁৱৰ গৃহস্থৰ চোতালত এতিয়া বিহুৰ যোৰা দেখিবলৈ পোৱা নাযায়। আগতে গৃহস্থৰ চোতাল শুৱনি কৰি লাজতে মুখ লুকুৱাই ফুৰা বিহুৱা দলবোৰ এতিয়া ঢাপলি মেলিছে চহৰৰ বিহু মঞ্চলৈ। বিহুৰ নামত দুই, তিনিমাহ চলে মঞ্চ বিহু। ৰঙালী বিহু এতিয়া নগৰ-চহৰৰ বিহু সন্মিলনলৈ ৰূপান্তৰ হ'ল। গাঁৱৰ যুৰিয়া আঁহতৰ তলৰ ডেকা-গাভৰুৰ বিহুতলী এতিয়া চহৰৰ মঞ্চ বিহুমেলা হ'ল।

*"যৌৱন সোণোৱালী সোৱণশিৰি বালি*
*কাছই কণী পাৰে লেখি,*
*সৰিয়হ ফুটাদি মোৰ দেহা ফুটিছে*
*তোকে পানী ঘাটত দেখি।"*

অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰা আটাইতকৈ বৰ্ণাঢ্য উৎসৱটোৱেই হ'ল ব'হাগ বিহু। উত্তৰ-পূৰ্বাঞ্চল অতীজৰে পৰা প্ৰধান অঞ্চল। চ'ত মাহ সোমোৱাৰ লগে লগে প্ৰকৃতিৰ পৰিবৰ্তন আৰম্ভ হয় আৰু ব'হাগ মাহৰ পৰাই কৃষি কৰ্মত ব্যস্ত হৈ পৰে খেতিয়ক। এই কৃষি কৰ্ম আৰম্ভ কৰাৰ অনেক লোকাচাৰ আছে। তদুপৰি বসন্তত মানুহৰ মনতো যৌৱনৰ উন্মাদনা জাগে। নাচি-বাগি, গীত-মাত গাই নতুন ঋতুক আদৰি অনাৰ লগতে কৃষি কাৰ্যৰ সফলতা, গৰু-ম'হৰ সু স্বাস্থ্যৰ কামনা কৰে। বিহু হ'ল আমাৰ জীপাল উৎসৱ, অসমীয়া জাতিৰ সঞ্জীৱনী মন্ত্ৰ। ই হ'ল মাটি-মানুহৰ সম্পৰ্কৰ প্ৰতিফলন। এই কৃষি কৰ্মৰ জৰিয়তে ডেকা-গাভৰুৱে ইজনে-সিজনক

প্ৰেম নিবেদন কৰে-

*"তুমি কৰি যাবা ৰোৱণি দাৰণি*
*মই বাই যামে হাল।*
*তুমি বই দিবা ফুলামকৈ বিহুৱান*
*মই পাতি দিমে শাল।"*

ব'হাগ বিহুৰ দৰে লাৱনি উৎসৱ অসমত দ্বিতীয় এটা নাই। সঁচাই ই অতুলনীয়। ব'হাগ হেনো সৃষ্টিৰ প্ৰেৰণা। কৃষকে বৰষুণ কামনা কৰি বিহু পাতে। বিহুনাম আৰু ঢোলৰ শব্দত যেন আকাশেও সহাঁৰি জনায়। মেঘ আৰু মাটিৰ বিয়া পাতে এই বিহুত। বৰষুণ আহিলে কৃষকে খেতিৰ কামত লাগি যায়। বিহুৱা ডেকাৰ বিনন্দীয়া বিহুগীতৰ সুৰত তাঁতৰ পাতত বহি থকা গাভৰুৰ মন উচ্পিচ্ কৰে। ঘনে ঘনে মাকো সৰে, সূতা চিগি যায়। হয়তো স্বতঃস্ফুৰ্তভাৱে ওলাই আহে এফাকি বিহু নাম।

*"উলটি উভটি নাচাবা চেনাইটি*
*মনে মোৰ কেনেবা কৰে।*
*বহো তাঁতৰ পাতত চকু আলি বাটত*
*মাকো সৰি সৰি পৰে।"*

অসমীয়াৰ জাতীয় জীৱনত সম্প্ৰীতিৰ বাট দেখুৱাবলৈ, এক পোহৰৰ বাবে গতি কৰিবলৈ প্ৰেৰণা যোগায় ব'হাগে। ব'হাগে আমাৰ মন প্ৰাণ চঞ্চল কৰি তোলে। গতিশীল কৰি তোলে জীৱন। নতুন বছৰৰ আৰম্ভণি এই বহাগতে মানুহে নোপোৱাৰ বেদনাৰ বিপৰীতে এক আশাবাদ লৈ আগবাঢ়ে সকলোৱে। ব'হাগৰ বতৰত ঢোলৰ চেৱত, পেপাঁৰ লহৰত কঁকালভঙা নাচনীজনী নহ'লে বিহুতলী যেন ৰঙীন হৈ নাথাকে। কলীয়া পেঁপাৰ বলীয়া সুৰে নাচনীৰ মনপ্ৰাণ হৰি নিয়ে। দূৰৈৰ পৰা ভাহি অহা চেনাইৰ ঢোলৰ মাতেও নাচনীৰ কঁকাল ভাঙি দুছেও কৰিছে। এইয়াই বিহুৰ বতৰ। ডেকা-গাভৰুৰ প্ৰাণ চঞ্চল কৰা উতলা বসন্ত। বসন্তৰ বোকোচাতে আউজি অহা ব'হাগৰ বিনন্দীয়া বতৰা-

*"ব'হাগ মানেই পেঁপাৰ সুৰ*
*ব'হাগ ঢোলৰ মাত,*
*ব'হাগ মানেই ফুলাৰ বতৰ*
*ৰাই-জাই লগা গীত।"*

এসময়ৰ কৃষক ৰাইজৰ চোতালৰ, মুকলি পথাৰৰ বিহু আজি নগৰৰ মঞ্চ পালেহি। নগৰতো গ্ৰাম্য জীৱনৰ সংস্কৃতিৰ গণমুখিতাৰ নিৰন্তৰ প্ৰভাৱ। বিহুৰ দিনত গাঁও, নগৰ সকলো উৎসৱ বলিয়া হয়। এই বিহু জনজীৱনৰ দাপোন, জনজীৱনৰ ছন্দ। এই ছন্দ ঐক্য সম্প্ৰীতিৰ সমন্বয়ৰ সুৰেৰে বন্ধা। এই ছন্দ অসমৰ সকলো জাতি-জনগোষ্ঠীৰ ঐক্যৰ এনাজৰী ৰূপে মহীয়ান হওঁক। সকলো জাতিৰ প্ৰীতি-সম্প্ৰীতি অটুত থাকক। বিহুৱে আজি সম্প্ৰীতিৰ এনাজৰীৰে সকলোকে একগোট কৰি বান্ধি ৰাখিবলৈ সক্ষম হৈছে।

ব'হাগ বিহুৰ আকৰ্ষণীয় আৰু উল্লেখযোগ্য অনুষ্ঠান হ'ল হুঁচৰি গোৱা। হুঁচৰিৰ মূল উদ্দেশ্য হৈছে নতুন বছৰৰ আৰম্ভণিত সদৌ ৰাইজমিলি প্ৰতি গৃহস্থৰ মংগল কামনা কৰা, প্ৰতিঘৰৰ শুভ কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনোৱা। এই বিহুৱে প্ৰতিঘৰ গৃহস্থক উলাহেৰে জীৱন পথত আগুৱাই যাবলৈ যথেষ্ট বল, সাহস আৰু উৎসাহ যোগায়। গৃহস্থৰ ঘৰত হুঁচৰি যোৰে-

*"দেউতাৰ পদূলিত গোন্ধাইছে মাধুৰী*
*কেতেকী মলেমলাই ঐ গোবিন্দায় ৰাম।"*

প্ৰতিজন অসমীয়াৰ শৰীৰৰ কোঁহে কোঁহে ব'হাগ বিহুৰ এই সময়ছোৱাত সঞ্চাৰিত হয় আনন্দ উদ্যমৰ প্ৰাণসঞ্চাৰী ধাৰা। এই ব'হাগতেই অসমীয়া জাতিৰ প্ৰাণময়তা ঘূৰি আহে। ব'হাগতেই সঞ্জীৱনী সুধা-পান কৰি অসমীয়াই গোটাই লয় জীৱনৰ ছন্দ। এই ব'হাগে অসমৰ বুকুৰ পৰা অপায় অমগংল, অসূয়া-অপ্ৰীতি, হত্যা-হিংসা দূৰ কৰি এখন সুখ-সমিদ্ধিময় অসম গঢ়ি তোলক। পৰম্পৰৰ প্ৰতি থকা মৰমৰ পৰম্পৰাতেই অসমীয়াৰ মাজত অসমীয়া মানুহৰ প্ৰাণ-প্ৰাৰ্চুয্যৰ প্ৰতিফলন ঘটে। বিহুৰ অন্তৰালত অসমীয়া মানুহৰ জীৱন-চিন্তা নিৰ্হিত হৈ আছে। বিহুৰ মাজত এটা কৰ্মঠ জাতিৰ চিন্তা ভাৱনা নিৰ্হিত হৈ থাকে।

*"নাহৰ ফুল ফুলিলে কুলিয়ে বিলালে*
*গছে-বনে সলালে পাত,*
*বিহু আহিল বুলি উদুলি মুদুলি*
*নাচো নাচো লাগিছে গাত।"*

সময়ে পৰিবৰ্তন আনে। বিহুতো পৰিবৰ্তন অহাটো স্বাভাৱিক। বিহু আজি কৃষি ভিত্তিক উৎসৱ হৈ থকা নাই। পৰিবৰ্তন নহ'লে সংস্কৃতি স্থবিৰ হৈ পৰে। বৰ্তমান অতন্ত্ৰ প্ৰহৰীৰ দৰে সজাগ হৈ থাকিব লাগিব যেন পৰিবৰ্তনৰ ধুমুহাই আমাৰ সংস্কৃতিৰ ঘাই শিপাডাল উঘালি অপসংস্কৃতিৰ অধীন কৰিব নোৱাৰে। পৰিবৰ্তনৰ সময়ৰ সৈতে খোজ মিলাই আগবাঢ়িছে আমাৰ বাপতি সাহোন বিহু। এই পৰিৱৰ্তিত ৰূপতেই আৱেগ-উছাহত পুনৰ ওফন্দি উঠিছে অসমীয়াৰ বুকু। আমাৰ বিহুটোত পৰম্পৰাগত ৰীতি-নীতি, লোকাচাৰ, জীৱন ধৰ্মী ভাবাদৰ্শ, সামাজিক মূল্যবোধ আদিৰে পুৰুষে পুৰুষে পালিত হৈ আহিছে। চাবলৈ গ'লে আমাৰ ৰঙালী বিহুৰ মাজতেই মানুহৰ জীৱন ধৰ্মী দৰ্শন, সমগ্ৰ জীৱন পৰিক্ৰমা সোমাই আছে। সংস্কৃতিৰ ক্ষেত্ৰত জড়িত থকা সকলে এটা কথা মনত ৰখা দৰকাৰ যে পূৰ্বৰ লোক সংস্কৃতি যাতে আধুনিকতাৰ মাজত সোমাই হেৰাই নেযায়। অসমীয়াৰ অতি আপোন এই বিহুটিয়ে যেন সদায় অসমীয়াৰ মনৰ ভাবৰ নিজৰা বোৱাই থাকে অনন্ত কাললৈ। অসমীয়াৰ বাপতি সাহোন গৃহস্থৰ চোতালৰ বিহু আকৌ যেন চোতাললৈ ঘূৰি আহক আমি তাকে কামনা কৰো।

*"বিহু আনন্দীয়া বিহু বিনন্দীয়া*
*বিহুৰে অমিয়া মাত,*
*বিহু থাকে মানে বিহুকে বিনাবা*
*বিহু গ'লে বিনাবা কাক।"*



# সাংস্কৃতিক পৰম্পৰা বনাম উদ্যোগ আৰু অসমীয়া সমাজ

✍ মানস প্ৰতিম বৰা
সহকাৰী অধ্যাপক, গণিত বিভাগ
এল.টি.কে. কলেজ, লখিমপুৰ।

অষ্টিকসকলে সৃষ্টি কৰা কৃষ্টিৰ বোৱতী সুঁতিটোক অধিক প্ৰাণৱন্ত,বৈচিত্ৰময় আৰু বৈশিষ্ট্যপূৰ্ণ কৰি তুলিলে অষ্টিকসকলৰ পিছত অহা অসমৰ দ্ৰাবিড়, মংগোলীয় আৰু আৰ্যসকলৰ সংস্কৃতিৰ সমন্বয়ে।

আৰ্যসকলৰ পিছতো যিবোৰ জাতি বা উপজাতিয়ে অসমত স্থায়ীভাৱে বাস কৰিছে, সেইসকলেও অসমৰ বৃহৎ সভ্যতা-সংস্কৃতিত মিলি বাৰেৰহণীয়া অসমীয়া সংস্কৃতিৰ বৈচিত্ৰ্যত অৰিহণা যোগাইছে। যি কি নহওক, কৃষিজীৱি আদিম অসমীয়া সমাজখনতেই জন্ম পাইছিল কৃষি উৎসৱ। কৰ্মৰ সু-ফলে মানুহক কৰ্মত উৎসাহ-উদ্‌গনি দিয়ে। পৰিৱেশ-পৰিস্থিতিয়ে মানুহক কৰ্মৰ প্ৰেৰণা দিয়ে। আদিম সমাজখনে জীৱিকাৰ বাবে কৃষিকৰ্ম কৰোতে যেতিয়া উৎপাদিত খাদ্যৰ সমস্যাই কৃষকসকলক উৎসাহিত কৰিছিল অসমৰ প্ৰাকৃতিক পৰিৱেশ আৰু অনুকুল পৰিস্থিতিয়ে আদিম সমাজখনৰ কৰ্মৰ প্ৰেৰণা দিছিল। কোনো এডোখৰ ঠাইত ভৌগোলিক পৰিৱেশ, প্ৰাকৃতিক সম্পদ, জনগাঁথনি, ধৰ্ম, জীৱিকা আদি সেই ঠাইডোখৰৰ সাংস্কৃতিক পৰম্পৰা গঢ় দিয়াত সহায়ক হয়। এনে সাংস্কৃতিক পৰম্পৰাতেই ভালেমান থলুৱা-মূল্যবোধেও খোপনি পোতে সেই মূল্যবোধৰ মাজেদি সমাজখন নিয়মীয়া গতিত পৰিচালিত হয়।

অসমৰ ভৌগোলিক পৰিৱেশ, জনগাঁথনি, প্ৰাকৃতিক সম্পদ আৰু জনজীৱনৰ জীৱনধাৰণৰ প্ৰণালীয়ে স্বাভাৱিকভাৱে উৎপন্ন হোৱা মাটিমাহ, বৰা চাউল, বৰালি মাছ, হাঁহ কণী, বেল এটা, গুৰ, তেল, শন আদি বিভিন্ন জৈৱিক পদাৰ্থ মিহলি কৰি কৰাল প্ৰস্তুত কৰিছিল আৰু তেনে কৰালেই সাজি উলিওৱা ভাস্কৰ্য আজিও অসমৰ ভালেমান ঠাইত চকুত লগাকৈ জিলিকি আছে। আজিকালি অসমত তেনে কৰাল প্ৰস্তুত কৰা দিন নাই। উদ্যোগে প্ৰস্তুত কৰি উলিওৱা চিমেন্টে তেনে প্ৰক্ৰিয়াক অব্যৱহৃত কৰিলে। তাহানিতে অসমীয়া মানুহে সাঁচি গছৰ বাকলি এৰুৱাই হেঙুল-হাইতাল বোলাই সাঁচিপাত তৈয়াৰ কৰিছিল। শিলিখা, এণ্ডাৰ আদিৰপৰা কালি (চিএঞহী) প্ৰস্তুত কৰি তাৰে পাখি কলম বা ঢেকীয়া কলমেৰে লিখিছিল। আজিকালি উদ্যোগসমূহে লিখাৰ সামগ্ৰী প্ৰস্তুতেৰে সহজলভ্য কৰি তেনে পৰিশ্ৰমী প্ৰয়োজন নোহোৱা কৰিলে।

পুৰণি কালত অসমীয়া মানুহৰ কিছুমান নিজা থলুৱা পদ্ধতি আছিল যাৰ জৰিয়তে দৈনন্দিন দৰকাৰী সামগ্ৰীসমূহ নিজে প্ৰস্তুত কৰি লৈছিল। ভীমকল গছৰ মধুনা চকলিয়াই, কাটি চ'তমহীয়া ৰ'দত শুকুৱাই জুইত পুৰি ছাই কৰি তাত নিয়মীয়াকৈ পানী দি নিগৰাই খাৰ প্ৰস্তুত কৰিছিল। সেই খাৰ পগাই দানা পেলাই খালোন তৈয়াৰ কৰিছিল। নিমখৰ পৰিৱৰ্তে তেনে খালোন প্ৰয়োগ কৰিছিল। তাৰ উপৰিও য'খাৰ প্ৰস্তুত কৰিছিল। বহু বছৰ ধৰি গৰু বন্ধা গোহালি অলপদিন অপব্যৱহৃত কৰি ৰাখিলে তাত মাটিৰ তৰপ বান্ধে আৰু তেনে মাটিৰ তৰপত বগা নিয়মীয়া পদাৰ্থৰ দানা পৰে। তেনে দানা গোটাই পানীত পগাই অকণ গছৰ শুকান ঠাৰি দি গোট মৰোৱাই য'খাৰ প্ৰস্তুত কৰা হয়। এইবোৰ পেটৰ উপকাৰী লুণীয়া পদাৰ্থ ঘৰতে প্ৰস্তুত কৰি লোৱা হৈছিল।

মৃৎশিল্প, বাঁহ-বেত, কুঁহিলা, কাঠ আৰু হাতী দাঁতৰ শিল্প, বয়নশিল্প, ধাতুশিল্প, চিত্ৰাংকন আৰু লোকনাট্য, গীত-নৃত্যৰে অসমৰ লোককথা পৰিব্যাপ্ত হৈ আছে।

অসমৰ মাটিৰ পাত্ৰৰ প্ৰচলন অতীজৰেপৰা আছে। আধুনিক যুগত ইয়াৰ ব্যৱহাৰ হ্ৰাস পাইছে পবিত্ৰ পূজা, শ্ৰাদ্ধ আদি অনুষ্ঠানত, ৰাজহুৱা সকামত মাটিৰ পাত্ৰ ব্যৱহাৰ কৰে। সৰু, বৰমলা, চৰু, কলহ, টেকেলি, বান, ধূপদানি, ধূনাদানি, চাকি, নদীয়া, গাগৰি, দুনড়ি আৰু মাটিৰ পুতলাই ইয়াৰ উৎকৃষ্ট নিৰ্দশন। আগৰ দিনত বিশেষকৈ শিৱসাগৰৰ কুমাৰসকলে মাটিৰ জুনুকা আৰু হুতুলিও সাজিছিল।

অসমৰ সংস্কৃতি বাঁহ সংস্কৃতি বুলিও জনা যায়। অসমৰ পাহাৰে-ভৈয়ামে উভৈনদী ৰূপত থকা বিভিন্ন জাতিৰ বাঁহ, বেত আৰু

কাঠ অসমীয়া জাতীয় জীৱনৰ অপৰিহাৰ্য সামগ্ৰী। অসমীয়াই নিজস্ব পদ্ধতিত নিৰ্মাণ কৰা ঘৰৰ খুঁটা, চতি, মাৰলি, বেৰ, ছাল আটাইবোৰৰ গঠনত বাঁহে আগভাগ ল'লে। বেতৰ গাঁঠিয়ে বান্ধ কটকটীয়া কৰে। জাকৈ, জুলুকি, পল, টোনা, খোকা, চেপা, জাল সাজি মাছ ধৰাৰ বিভিন্ন কৌশল নিৰ্মাণত বাঁহৰ ব্যৱহাৰ প্ৰচুৰ হ'বলৈ ধৰিলে। বাঁহৰ চুঙাত পানী খোৱা, বাঁহৰ চুঙাৰ দৈ, চাউল আদি ব্যৱহাৰ কৰা দেখা গৈছিল। তাৰোপৰি উৰাল, ঢেঁকী, বাঁহেৰে সজা ধান থোৱা ডুলি, পাচি, খৰাহী, ধান জোখা দোন, অজস্ৰ বস্তুৰ উপৰি শোৱা চাং, পানী চাং, জেওৰা, জপনা, দলং, চকোৱা, তাঁতৰ সঁজুলি যেনে- উঘা, চেৰেকী, লেটাই বচুঙা, খুটি, কাণমাৰি, শলি, ৰাচ, চিৰি, মহুৰা, ফুল তোলা কাঠিত বাঁহেই একমাত্ৰ আছিল।

অসমীয়া জাপিও এক সুন্দৰ নিদৰ্শন। গছৰ পাত, বাঁহ আৰু বেতেৰে সজা পদুমীয়া, সৰুদৈয়া, ফুলাম আৰু বৰজাপি সকলোৰে প্ৰিয়। অসমীয়া পুৰণি সমাজৰ এইবিলাক আভিজাত্যৰ চিহ্ন। আজিকালি এনেকুৱা বস্তুবোৰৰ ব্যৱহাৰ আছে যদিও নামমাত্ৰ আৰু তাৰ ঠাইত লৈছেহি উইভিং, মেচিন, কম্পিউটাৰ ফুল তোলা, প্লাষ্টিক চকী ইত্যাদি।

এইবোৰ উদ্যোগহীন দিনৰ কথা। আজিকালি ভাৰতবৰ্ষই বা পৃথিৱীৰ য'তে-ত'তে ভিন্ন প্ৰকাৰৰ উদ্যোগ গঢ় লৈ উঠিছে। এইবোৰ উদ্যোগে ভিন্ন প্ৰকাৰৰ উৎপাদন সামগ্ৰী প্ৰস্তুত কৰি উলিয়ালে। কঠিন জীৱন যাপনৰ পৰিৱৰ্তে কৰি তুলিলে সহজ-সৰল জীৱন যাপন। উদ্যোগিক সম্পদসমূহো সহজলভ্য আৰু সুলভ মূল্যৰ। স্বাভাৱিকতেই তেনে বস্তুৱে বহুলাংশ ঠাই অধিকাৰ কৰি ল'লে। যাতায়তৰ সু-ব্যৱস্থাই অসমৰ জনজীৱনত এনে বস্তুবোৰে ঠাই অধিকাৰ কৰিলে। কালক্ৰমত অসমৰ জনজীৱনত উদ্যোগসমূহৰ উৎপাদিত বস্তুবোৰে অধিকাংশ ঠাই অধিকাৰ কৰিলে। লগে লগে পৰম্পৰাগত অসমৰ সাংস্কৃতিক জীৱনৰ বাবে এনেবোৰ সামগ্ৰী প্ৰধান প্ৰত্যাহ্বান হিচাপে দেখা দিলে। ফলত সাম্প্ৰতিক কালত অসমৰ সামাজিক-সাংস্কৃতিক জীৱন সলনি হোৱা উপক্ৰম হ'ল।

সাম্প্ৰতিক কালত অসমৰ জনজীৱনলৈ চালে দেখা যায় যে নগৰে-চহৰে, গাঁৱে-ভূঞে সকলোতে দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰীৰ পৰিৱৰ্তন ঘটিল। নৈৰ ঘাট, কুঁৱা বা পুখুৰীৰ পৰিৱৰ্তে 'টেপ', টিউবেলৰ পৰা পানী অনা, কেটলীত চাহ তপত কৰি কাপত চাহ খোৱা. গেছেৰে ভাত বন্ধা, ফেন লোৱা, লাইট জ্বলোৱা, একোৱাফ্ৰেছত পানী খোৱা আদি বিভিন্ন ব্যৱহাৰ্য সামগ্ৰীবোৰলৈ লক্ষ্য কৰিলেই উদ্যোগে আমাৰ জীৱনত কিমান প্ৰভাৱ পেলাইছে তাক সহজে বুজিব পাৰি। মুঠতে পুৱাই 'টুথ ব্ৰাছডাল' পেষ্ট অকণমান লগাই দাঁত মজি টেপ বা টিউৱেলৰ পানীৰে বেচিনত মুখ ধোৱাৰপৰা আৰম্ভ কৰি গেছত চাহ-ভাত ৰান্ধি খাই অফিচলৈ গাড়ী বা মটৰ চাইকেলত যোৱালৈকে সকলোতে উদ্যোগীক যন্ত্ৰপাতিয়ে কেনেদৰে স্থান লৈছে অনুধাৱন কৰিব পাৰি। তদুপৰি আজিকালি পথাৰত নেকেৰা, বুদুমণি, জাহিঙীয়া, সুৱাগমণি, বৰা ধানৰ পৰিৱৰ্তে জয়া, পুছা, আইজং, মচুৰি, বাছ আদি ধানে স্থান দখল কৰিলে। হালখনৰ ঠাই পাৱাৰ টিলাৰে দখল কৰিলে। সহজে মেচিনত ধান মাৰিব বা বানিবপৰা যন্ত্ৰ ওলাল। ইপিনে ঘৰৰ বিভিন্ন অংশৰ নামো সলনি হ'ল। বৰঘৰ, মাৰলঘৰ, চ'ৰা ঘৰ, আখলঘৰ, পিৰালি আদি শব্দবোৰ বেডৰূম, কৰিড'ৰ, ড্ৰয়িংৰূম, বাথৰূম, বাৰাণ্ডা হ'ল। তদুপৰি এতিয়া বৰঘৰত এৰিয়া চাদৰ, এৰী কাপোৰ, খনীয়া কাপোৰ নাই। মুঠতে অসমীয়া মানুহৰ সামাজিক-সাংস্কৃতিক জীৱনৰ এনে পৰিৱৰ্তন খেতিৰ পথাৰৰপৰা ৰান্ধনী ঘৰলৈকে বৰঘৰৰপৰা বাটচ'ৰালৈকে, চোতালৰপৰা ৰাজ আলিলৈকে পৰিব্যাপ্ত। ঔদ্যোগিক জীৱন যাপনে অসমীয়া সমাজলৈ কঢ়িয়াই অনা পৰিৱৰ্তনে অসমীয়া সমাজলৈ কঢ়িয়াই অনা সাংস্কৃতিক পৰিৱৰ্তনে অসমীয়া ভাৱাবেগ বাৰুকৈয়ে পৰশি গৈছে। এনে পৰিৱৰ্তনৰ মূল কাৰণ বিচাৰি গ'লে দেখা যায় যে উদ্যোগসমূহে আমাৰ জনজীৱনত যথেষ্ট প্ৰভাৱ পেলাইছে যাৰ ফলস্বৰূপে আমাৰ জীৱন ধাৰণৰ পদ্ধতিৰ পৰিৱৰ্তন ঘটিছে। ❖❖❖



# পখিলা হৈ উৰিবৰ মন

✍ ভবেন দুৱৰী
জটিয়া, ৯৪৩৫৪০৩০১১

*অ' তুৰা বতিয়া*
*বিহু আহে যেতিয়া*
*নাহৰ ফুলে যেতিয়া*
*তগৰ ফুলে তেতিয়া*
*পখিলা হৈ উৰিবৰ,পখিলা হৈ উৰিবৰ মন।*

ফাগুন মাহ সোমালেহি। মন ৰাই-জাই কৰা পচোৱাজাক ব'বলে ধৰিলেই। নদীৰ পাৰৰ শিমলু ফুলে, বাৰীৰ ঢাপত মদাৰ ফুলে বিহু অহাৰ বতৰা দিলে। বিহু আহিবই,আগতেও আহিছিল, ভৱিষ্যতলৈও আহি থাকিব। বিহু প্ৰকৃতিৰ অৱদান। বিহু গছৰ ডালত আপোনমন আপোনভোলা হৈ ফুলি থকা কপৌফুল। বিহু টাৱত বনচাই কৰা বৰগছ নহয়। তাকে কৰিবলৈ বা হ'বলৈও দিব নালাগে।

বিহু আমাৰ জাতীয় উৎসৱ, গতিকে ইয়াৰ বৈশিষ্ট্য আৰু স্বকীয়তা বজায় ৰখাটো অসমীয়া জাতিৰে দায়িত্ব আৰু কৰ্তব্য। বিহু নাচত জন-জাতীয় নাচৰ ভঙ্গিমা, পোচাক-পৰিচ্ছদ মিহলি কৰি খিচিৰি কৰিব নালাগে। উভয়ে উভয়ক সন্মান কৰি নৃত্য কৰিবলৈ গীত গাবলৈ শিকি পৰিৱেশন কৰিব লাগে। অবড়ো লোকেও বাগৰুম্বা নাচ শিকক, বড়ো ভাই-ভনীসকলেও বিহু নাচিবলৈ শিকক। তেতিয়াহে লোক কলাৰ মান বাচিব আৰু বাঢ়িব।

বিহু মৰা নাচনীক নচোৱাটোকে নুবুজায়। বিহু দলবদ্ধ ভাবে পৰিৱেশন কৰা অনুষ্ঠান। গতিকে দলীয় শৃংখলা আৰু সৌষ্ঠৱ বজাই ৰাখিলেহে লোককলাৰ বৈশিষ্ট্য অটুট থাকে। একক নাচনী নচোৱাৰ কাণ্ডটো নজনাকৈয়ে আধুনিকতাৰ নাগপাশত সোমাই পৰিল; ইয়াৰ পৰা পৰিত্ৰাণ পোৱাৰ কথা ভাবিবই নোৱাৰি।

বিহু নাচত কৰিওগ্ৰাফী বাধ্যতামূলক নহয়। যোগ ( ), পুৰণ ( ), সমান্তৰাল ( ) আদি চিহ্নৰ দৰে নাচ নচাৰ কোনো নিয়ম আগতে নাছিল, এতিয়াও তেনে কৰাৰ প্ৰয়াস কৰিব নালাগে।

বিহু নৃত্য, বাদ্য, গীত আদি যিহেতু সঙ্গীতৰ ভিতৰৰ বস্তু , গতিকে বিহু নামত সুৰ-তাল-মান ৰক্ষা কৰাতো অৱশ্যকৰ্ত্তব্য। হাৰমনিয়াম, তাবলা সঙ্গত কৰি বিহু মৰা বা গোৱা নিয়ম নহয়। বিহু নামৰ সুৰৰ স্বকীয়তা আছে। বিহু সুৰীয়া গীতৰ লগত বিহু নামৰ পাৰ্থক্য আছে। বিহু নামবোৰ লোকগীতৰ শাৰীত পৰে। বিহুসুৰীয়া গীতবোৰত আধুনিকতাৰ চাপ বিদ্যমান। নামঘৰক যেনেকৈ নামঘৰ বোলা হয়, (কোনেও গীতঘৰ নোবোলে) তেনেকৈ বিহুনাম বোৰো বিহুনাম বুলিয়ে পৰিচিত হৈ থকা উচিত।

বিহু নাচত যৌনতাৰ লক্ষণ দেখা যায়, ইয়াক নুই কৰিব নোৱাৰি কাৰণ যৌনতা জীৱনৰে প্ৰতিফলন। মাথো পৰিবেশন কৰোতে পৰিশীলিত আৰু পৰিমাৰ্জিত হোৱা উচিত।

বিহুনামত যৌনতাৰ গোন্ধ আছে তাক নুই কৰিব নোৱাৰি। কাৰণ বিহু নামবোৰত মনৰ স্থিতি আৰু অভিব্যক্তি সংপৃক্ত হৈ থাকে, গতিকে পৰিবেশনত প্ৰস্তুতিত হব পাৰে। অন্য দেশীয় গীতবোৰতো যৌনতাৰ প্ৰভাৱ দেখা যায়।

বিহুৰ সন্দৰ্ভত মনলৈ অহা তলত উল্লেখ কৰা কেইটামান কথা এই আপাহতে উনুকিয়াই থলোঁঃ

(১) বিহু যিহেতু জাতীয় সম্পদ, বিহুৰ বিষয়েও গৱেষণা হ'ব লাগে। এই ক্ষেত্ৰত অসম চৰকাৰেও উদ্যোগ ল'ব লাগে।

বিদেশৰ লোক আহি অসমত বিহু বিষয়ত গবেষণা কৰিব লাগিছে। এদিন হয়তো ইয়াৰ মৰ্জ্জাটো উলিয়াই নি নতুন লেবেল লগাই আমাকে বেচিবহি।

(২) বিহু কমিতিবোৰৰ দায়িত্ব আৰু কৰ্ত্তব্য আছে। কমিতিখন বিহুৰ বিষয়ে জ্ঞান থকা পৰিপক্ক বিষয়ববীয়াৰ দ্বাৰা গঠিত হ'ব লাগে।

(৩) বিহু দলবোৰে বিহুৰ বিষয়ে উচিত অধ্যয়ন, উচিত প্ৰশিক্ষণ, উচিত অনুশীলন আৰু উচিত পৰিৱেশনত গুৰুত্ব দিব লাগে।

(৪) প্ৰতিযোগিতাৰ বিচাৰক বোৰৰ মতৰ ভিন্নতা দেখা যায়। এজনে ভাল বুলি কয় আনজনে ভাল নহ'ল বুলি কয় কিয়? এনে স্থিতিয়ে প্ৰতিযোগীসকলক বিমোৰত পেলায়।

(৫) বিহু শিল্পী সকল আৰু বিহুৰ বিষয়ে অভিজ্ঞ লোকৰ মাজত সদৌ অসম ভিত্তিত আলোচনা কৰি সহমত আৰু সমমত আবিস্কাৰ কৰিব লাগে।

(৬) বিহুৰ বিষয়ে এটা পাঠ্যক্ৰম যুগুতকৰিব লাগে আৰু স্কুলীয়া পাঠ্যপুথিত সন্নিৱিষ্ট হ'ব লাগে।

(৭) বিহু যিহেতু জাতীয় উৎসৱ বিহু-নাচ শিকোৱা চৰকাৰীভাৱে উদ্যোগ ল'ব লাগে।

(৮) সঙ্গীত বিদ্যালয়বোৰৰ অন্য বাদ্য যন্ত্ৰৰ লগতে ঢোল, পেঁপা, গগনা, বাঁহী আদি বাদ্যৰ শিকোৱাৰো ব্যৱস্থা কৰিব লাগে। এই ক্ষেত্ৰত অসম চৰকাৰৰ সাংস্কৃতিক বিভাগে উদ্যোগ ল'ব লাগে।

(৯) ন-শিকাৰো সকলে বিহু নামবোৰ সুৰ দি গোৱাৰ আগতে ভালদৰে আবৃত্তি কৰিব লাগে। তেতিয়া শব্দবোৰ স্পষ্ট হয়আৰু শুনিবলৈ শুৱলা হয়।

(১০) ন-শিকাৰো সকলে প্ৰতিযোগিতাৰ বিহু চোৱাৰ লগতে, ঘৰত মৰা (নেচাৰেল) বিহুৰ ৰেহ-ৰূপ লক্ষ্য কৰিব লাগে। তেতিয়াহে বিহুৰ প্ৰকৃতি জানিব আৰু উপলব্ধি কৰিব পাৰিব।





# অসমীয়া সমাজত হিন্দু-মুছলমানৰ সম্প্ৰীতি

✍ মানিক বৰুৱা
মৈদমীয়া গাওঁ, উত্তৰ লখিমপুৰ
দুৰভাষঃ ৮৭২১৯-৩২৩৪৪

অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠী তথা ধৰ্ম্মীয় সম্প্ৰদায়ৰ সন্মিলিত অসমীয়া সমাজখনৰ ভিন্নতা আৰু বৈশিষ্ট্যতাৰ সুন্দৰতা এখনি মনোৰম ফুলনি স্বৰূপ। যুগে যুগে বসবাস কৰি অহা এই জনগোষ্ঠী আৰু ধৰ্ম্মীয় সম্প্ৰদায় সমূহৰ ভিতৰত অসমীয়া মুছলমান সকল ভাৰতৰ যিকোনো মুছলমান সমাজৰ বাবে অনুকৰণীয়। ইয়াত বসবাস কৰা অসমীয়া হিন্দু জাতি জনজাতি গোষ্ঠীৰ লোক সকলৰো একপ্ৰকাৰ উদাৰ (উদাসীন নহয়) ধৰ্ম্মীয় দৃষ্টিকোণৰ বাবে ইয়াত বসবাস কৰা খিলঞ্জীয়া সমাজৰ মাজত সামাজিক জটিলতা প্ৰায় নোহোৱা কৰি তুলিছে। অসমীয়া ভাষা সংস্কৃতি, অসমৰ জলন্ত সমস্যা সমাধানৰ জাতীয় সংগ্ৰাম অসমৰ প্ৰাকৃতিক সম্পদ তথা পৰম্পৰাগত লোক সংস্কৃতি সুৰক্ষাৰ ক্ষেত্ৰত হিন্দু মুছলমান একে আযাৰেই একেলগ হৈ আহিছে। অসমৰ বহুবোৰ গাঁৱত, গ্ৰাম্য জীৱনৰ প্ৰতিটো কৰ্মক্ষেত্ৰত হিন্দু-মুছলমানে হিয়া-দিয়া-নিয়াৰে বসবাস কৰি আহিছে। "ৰহমত কাই হাটলৈ যোৱা যদি চল্লিছৰ সূঁতা পাঁচ মুঠি লৈ আনিবাচোন.....।" ভদ্ৰেশ্বৰীয়ে তাঁত শালৰ পৰাই চিঞৰি কব। "হেৰা সৰুকণ দেদাই শুনিছানে তমালৰ বাবে কুমলীয়া বাঁহ এটা কাটো......" বিনা দ্বিদ্ধাই বাঁহনিত সোমাই মতিউৰে বাঁহত ঘাপ দিব পাৰে। এইবোৰ জানো একেদিনাই সম্ভৱ হোৱা সম্প্ৰীতিৰ চানেকি? হৰেশ্বৰৰ থলুৱা গৰু এটা হেৰোৱা এসপ্তাহ হ'ল. হালৰ দিন, কিমান বিছাৰিব এনেয়েও গৰুৰ পযেক/মাহত গাৰ ৰং সলনি হয়।

মছজিদত মম একোডাল আগবঢ়োৱা মাত্ৰকে গৰুটো নিজে নিজে ঘৰ উলালহি। অসমীয়া হিন্দুৱে ঘৰত ল'ৰা-ছোৱালী, নিজৰ তিৰোতাৰ নৰিয়া পৰা হ'লে- মুছলমানী কাইদাৰ বেজ-জ্ঞানীক বেছি বিশ্বাসত ৰাখে। জন্মৰ পাছতে ল'ৰা ছোৱালী মৃত্যু হ'লে বৰ দুখ, দুৰ্ভাগ্যৰ হেঁচাত পৰি মাক- দেউতাকে অথাই সাগৰত পৰে, বহুতেই কেৱল গণ্ডাইগণ্ডাই ছোৱালীকে জন্ম দি পুৰুষ প্ৰধান সমাজত ল'ৰা একোটি জন্ম দিব নোৱাৰাটো পৰিয়াল নোৰোৱাৰ ভয়ত মৰে....। তেনেতে পেপা কঢ়াকৈ নুমলীয়া পো-এটি জন্ম দিয়া হ'লেই পৰিয়ালৰ যেনেকৈ আনন্দৰ জোৱাৰ উঠে আকৌ বা হানি বিঘিনী হ'লে? তেতিয়া হিন্দু সমাজত তেনে পুত্ৰক নামত সম্প্ৰীতি থকা মুছলমান লোকক সিকিটো-টকাতো লৈ স্বৰূপত বিক্ৰী কৰি দিয়ে, জনবিশ্বাস মতে এনে সন্তানৰ ওপৰত কাল-দশা ওৰ পৰে। সেইদিনৰ পৰা আপদে বিপদে মুছলমান মাক-দেউতাকে সেই সন্তানৰ খবৰ ৰাখে মুঠতে সন্তানক পুত্ৰৱত জ্ঞান কৰে। তিৰোতা মানুহৰ ভিতৰুৱাকৈ হোৱা বেমাৰত নিজৰ মানুহটোৱে নজনা খবৰো হিন্দু তিৰোতাই মুছলমানী বেজ-জ্ঞানীক ব্যক্ত কৰে অৰ্থাৎ বিশ্বাসত লয়। তেনেকৈ হিন্দুৰ পৰম্পৰাগত কিছু সেৱা-সৎকাৰ মুছলমানী বিবাহ-সবাহত হুবহু ব্যৱহাৰ হয় অৱশ্যে ধৰ্মীয় স্বকীয়তা অটুত ৰাখি। ধৰাহওক মুছলমান লোকৰ কাৰোবাৰ ঘৰত আই জুৰাইছে (বসন্ত ৰোগ ঃ- বসন্ত ৰোগক সৰু আই, মাজু আই, বৰা আই, তিনি প্ৰকাৰত দেৱী লম্ভা বুলি বিশ্বাসত লোৱা হয়) জনালৈকে আসনপতা সকাম পাতিবলৈ হিন্দু গোপীনীক নিমন্ত্ৰণ কৰে, পবিত্ৰভাবে সেৱকী- মুছলমান পৰিয়ালে সকলো নৈবেদ্যদি চোতালত আই সকাম ভাগ পতাৰ ব্যৱস্থা কৰে। যথা ৰীতি মতে আইয়ে নিজা ৰাজ্যলৈ যাওঁগে বুলি গোপীনীৰ আগত কথা দিয়ে। আমাৰ সমাজত হিন্দুয়ে বিলালে মাহে পৰসাদে, মুছলমানে বিলালে ৰুটি -স্বৰূপৰ সমাজ ব্যৱস্থা কিমান উন্নত তাক বাহিৰা লোকে দেখি তবধ মানিব। এতিয়া দেশৰ শাসনতন্ত্ৰ চম্ভালি মুছলমানক তুচ্ছ তাচ্ছিল্যৰে অসংযত বাক্যলাপ কৰা সকলে অসমৰ গ্ৰাম্য জীৱনৰ এই সঁচা দৃশ্যবোৰ চাই যাব পৰা হ'লে বহুতেই সাৰ্থক তথা ধৰ্ম্মৰ মৌলিকতাক অন্ততঃ উপলব্ধি কৰিলেহেঁতেন। একেখনি গাঁৱতে নামঘৰ-শিৱমন্দিৰ-মছজিদ পিঠিয়াপিঠিকৈ থকা দেখিলে আঁচৰিত হ'ব লাগে। আজানৰ সময়বোৰ হিন্দুৰ বাবে দিনটোৰ সময়সূচী যেনে পবিত্ৰ ভাবাবেগো তেনে। মছজিদৰ গহীন-গম্ভীৰ আগ চোতালৰ আগেদি গলে হিন্দুৱেও ঈশ্বৰ-আল্লাৰ ভাৱনাত শিৰ নত কৰি চলে। তেনেকৈ মুছলমানেও নামঘৰ আগেদি পাৰ হ'লে আল্লাৰ নামত নেদেখাজনক সমীহ কৰি চলে। পবিত্ৰ কোৰ্-আনৰ বাণী অসমীয়া পৰম্পৰা ভাষা-সংস্কৃতিত খুদিত কৰা 'জিকিৰ জাৰি' মুছলমান সকলৰ বাবে যিমান মহত্ব, হিন্দু সকলৰ বাবেও সঁচাকৈ সিমানেই মহত্ব আছে বুলি ন-দি কব পাৰি। আজিকালি আমাৰ অসমীয়াক ধৰ্ম্ম অৰ্থ বুজাবলৈ উত্তৰ ভাৰতীয় উত্তৰ বঙ্গীয় হিন্দী-বাঙালী বলয়ৰ লোক সকলে অবুজ ভাষাত জ্ঞান দিবলৈ অহা-দেখা যায় শঙ্কৰ-আজানৰ দেশত আমিবোৰে যে সেই জ্ঞান শুদ্ধ ভাষাত তাহানিতে যে পাই থলো সেই কথাহে তেওঁলোকক জনাব লগীয়া থাকিল। শেষত ইয়াকে কব পাৰি যে অসমত হিন্দু- মুছলমানৰ সৌহাদ্যপূৰ্ণ সমাজত আজি কোপতি এনে জটিলতা তথা কিবা সংঘাট অহা নাই যেনেকৈ অন্য ৰাজ্যত প্ৰায়েই হিন্দু মুছলমানৰ মাজৰ সামাজিক জটিলতা প্ৰায়েই বিকৃত হোৱা দেখা যায়। ❖❖❖

# স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনৰ পৰা বিহুৱে এক নতুন ৰূপ পৰিগ্ৰহ কৰে

✍ ড° অনিল শইকীয়া

'স্বৰ্গদেও ৰুদ্ৰসিংহ' গ্ৰন্থত অমিয়া দেৱীয়ে এটি প্ৰণিধানযোগ্য মন্তব্য আগবঢ়াইছে। অসমৰ ছশ বছৰীয়া আহোম স্বৰ্গদেওসকলৰ ৰাজত্ব কালত "অসমৰ সাংস্কৃতিক জগতলৈ যিমানখিনি অৰিহণা দি গ'ল, তাৰ আধাখিনি অকল ৰুদ্ৰ সিংহৰে বুলি ক'ব লাগিব। স্বৰ্গদেওৰ ৰাজত্ব কালত অসমলৈ পশ্চিমৰ পৰা কলা-সংস্কৃতিৰ এটা বিৰাট ঢৌ বাগৰি আহে। শিল্প, সংগীত, নৃত্য, চিত্ৰাংকন, স্থাপত্য আৰু লগতে অন্যান্য নানা কামত যোগ দিবৰ বাবে ভাৰতৰ অন্য ৰাজ্যৰ নানা ঠাইৰ পাৰদৰ্শী মানুহ বংগৰ মাজেদি আহি ৰাজধানী ৰংপুৰত উপস্থিত হয়। স্বৰ্গদেৱে ৰংপুৰতেই যেন অসমৰ এটা নতুন যুগৰ সূচনা কৰিলে।" তেখেতে পুনৰ লিখিছে- "স্বৰ্গদেও ৰুদ্ৰসিংহ, শিক্ষা আৰু সাহিত্যৰ পৃষ্ঠপোষক হোৱাৰ উপৰিও তেওঁ নিজে শুদ্ধ অসমীয়াত 'শিৱ পুৰাণ'ৰ দৰে এখন মনোমোহা কাব্যও লিখিথৈ গৈছে। তেওঁ শিক্ষিতেই নহয়, এজন কবিও"। এইজনা সংস্কৃতিবান স্বৰ্গদেৱৰ "ৰাজত্বকালতে হিন্দুস্থানী সংগীত বা ৰাগ সংগীতে বিশুদ্ধ ৰূপত অসমত প্ৰবেশ কৰে। তেওঁ সৃষ্টি কৰা খাউণ্ড নামৰ বিষয়াসকলে উত্তৰ ভাৰতৰ হিন্দুৰ তীৰ্থস্থানসমূহ পৰিদৰ্শন কৰি ফুৰোতে সেই ঠাইৰ পৰা সংগীত আৰু নৃত্য বিষাৰদ কেতবোৰ অসমলৈ আনিছিল।" স্বৰ্গদেও ৰুদ্ৰসিংহৰ পূৰ্বে পাখোৱাজ, তবলা, চেতাৰ আদি বাদ্যসমূহ অসমত নাছিল। স্বৰ্গদেৱে ইবোৰৰ পৃষ্ঠপোষকতা কৰাৰ উপৰিও হিন্দুস্থানী সংগীতত প্ৰশিক্ষণ লবলৈ কেতবোৰ লোকক দিল্লী আৰু অন্যান্য সংগীত কেন্দ্ৰলৈ পঠাইছিল বুলি জনা যায়। তেখেতৰ ৰাজত্ব কালতে আনন্দিৰাম মেধি নামৰ ত্ৰিপুৰাৰ গায়ক এজনে এটি গায়কৰ দল লৈ ৰাজধানীলৈ আহিছিল আৰু স্বৰ্গদেৱৰ সন্মুখত নৃত্যগীত আৰু কীৰ্ত্তন কৰিছিল। স্বৰ্গদেৱে সন্তোষ প্ৰকাশ কৰি থলুৱা শিল্পীসকলক সেই কীৰ্ত্তন শিকিবলৈ দিছিল বুলি "ত্ৰিপুৰা বুৰঞ্জী"ত উল্লেখ আছে। এইজনা স্বৰ্গদেওৰ ৰাজত্ব কালতে অসমৰ থলুৱা সংগীতৰ বিকাশ সাধনৰ বাবে কেইটামান খেল সৃষ্টি কৰিছিল। সেইসমূহ আছিল খুলীয়া, কালীয়া, মৃদঙ্গীয়া, ঢুলীয়া, খুটিতলীয়া, নাচনিয়াৰ, তালোৱা, বিয়াহ গোৱা, পদ গোৱা ইত্যাদি। আৰু এই খেলবোৰ চাবলৈ 'গায়ন বৰুৱা' নামৰ এটি পদবীৰ সৃষ্টি কৰা হৈছিল। তেতিয়াৰ দিনৰ গায়ন বৰুৱা মানে আজিৰ দিনৰ অসমৰ সাংস্কৃতিক সঞ্চালক। ইবোৰৰ উপৰিও স্বৰ্গদেও ৰুদ্ৰসিংহই অসমীয়া সংস্কৃতিৰ কেন্দ্ৰস্বৰূপ অসমৰ সত্ৰসমূহৰো পৃষ্ঠপোষকতা কৰিছিল আৰু 'সত্ৰীয়া বৰুৱা' পদবীৰ সৃষ্টি কৰি সত্ৰৰ কাম-কাজ চোৱা আৰু তত্বাৱধান লোৱাৰ দায়িত্ব দিছিল।

স্বৰ্গদেও ৰুদ্ৰসিংহই এফালে যেনেকৈ ভাৰতৰ হিন্দুস্থানী সংগীত অসমত চৰ্চ্চাৰ বাবে পৃষ্ঠপোষকতা কৰিছিল, আনফালে তেনেকৈ অসমৰ বহাগ বিহুৰ নৃত্য-গীতৰ অনুষ্ঠানলৈও ৰজাঘৰীয়া পৃষ্ঠপোষকতা আগবঢ়াইছিল। "তেৱেঁই পথাৰৰ বিহুক ৰংঘৰৰ বাকৰিলৈ আনে আৰু অংশগ্ৰহণকাৰী হুঁচৰি দলক পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰে। এইজনা স্বৰ্গদেৱেই বিহুৰ দিনা হুঁচৰি দলৰ সন্মুখত মূৰ দোৱাই আশীৰ্বাদ লোৱাৰ ৰীতি প্ৰৱৰ্ত্তন কৰি ৰজাতকৈ যে ৰাইজ ডাঙ ৰ প্ৰতিপন্ন কৰে।"

আহোম স্বৰ্গদেওসকলৰ পৃষ্ঠপোষকতাত বিশেষকৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰে পৰা অসমত গৃহস্থৰ চোতালে চোতালে বিহু গোৱাৰ পৰম্পৰা আৰম্ভ হৈছে বুলি কোৱা হৈছে। এই প্ৰসঙ্গত লীলা গগৈয়ে লিখিছে- "... ডেকা-গাভৰু কোনো নিৰ্দিষ্ট ঠাইত সমবেত হৈ টকা, পেঁপা, গগণা, ঢোল, তাল লৈ বিহু পাতিছিল। কিন্তু অসমত আহোম ৰজাৰ ৰাজত্বৰ সময়তে ই এটা নতুন ৰূপত দেখা দিয়ে। তেতিয়ালৈকে মানুহৰ চোতালে চোতালে গৈ হুঁচৰি গোৱাৰ নিয়ম নাছিল। হুঁচৰি দলে আলি বাটেদি ঢোল-পেঁপা বজাই গৈছিল আৰু ঘৰৰ গৃহস্থই পদূলি মূৰলৈ গৈ মাননি এটা দি সেৱা কৰিছিল আৰু ৰাইজে আশীৰ্বাদ দিছিল। সেই নিয়ম উত্তৰ ব্ৰহ্ম, দক্ষিণ চীনৰ অংশ বিশেষ আদিত আজিও আছে।... ৰজাৰ ৰাজকাৰেঙলৈ গৈ হুঁচৰি গাই শুভেচ্ছা জনোৱাৰ নিয়ম উলিয়ালে তাৰ পাছত ই ডা-ডাঙৰীয়া, বা-বিষয়ালৈ নামি গ'ল। যুগৰ পিছত যুগ বাগৰি যাওঁতে ই চোতালে চোতালে হুঁচৰি গোৱা ৰীতিত পৰিণত হয়।"

সময়ৰ হিচাবত ব্যাখ্যা কৰিলে পথাৰৰ বিহু গৈ ৰংঘৰৰ বাকৰি আৰু ক্ৰমে গৃহস্থৰ চোতাললৈ যোৱা পৰিবৰ্তনটো বিহুৰ প্ৰথম পৰিবৰ্ত্তন। আকৌ, অন্য দিশৰ পৰা বিশ্লেষণ কৰিলে দেখা যায় যে পথাৰৰ বিহু পোনচাতেই ৰজাৰ ৰাজ কাৰেঙলৈ যোৱা নাছিল, গৈছিল গাঁৱৰ আলি বাটলৈ। গাঁৱৰ আলি বাটেদি যাওঁতে গৃহস্থই পদূলি মূৰত গৈ সেৱা জনাইছিল। ঠিক ভাগৱত ভ্ৰমণৰ দৰে। এয়ে যদি সত্য হয় তেন্তে গছ তলৰ পৰা 'ৰাজ পথ' আৰু ৰাজ পথৰ পৰাহে অসমৰ হুঁচৰি ৰজাৰ চোতাললৈ যায়।

স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনৰে পৰা হয়তো ৰজাৰ ঘৰত হুঁচৰি গোৱাৰ পাচত ডা-ডাঙৰীয়াসকলৰ ঘৰত (নিমন্ত্ৰণ ক্ৰমে) হুঁচৰি গাইছিল. ক্ৰমে প্ৰত্যেক ঘৰ মানুহৰ চোতালতে হুঁচৰি গাইছিল। ক্ৰমে ক্ৰমে যেতিয়া গৃহস্থৰ ঘৰত বিহু গোৱা পৰম্পৰা আৰম্ভ হয়, তেতিয়া হয়তো যি অঞ্চলৰ ৰাইজ ৰজাৰ ঘৰলৈ যাব পৰা নাছিল সেইসকলে অঞ্চলৰ বা গাঁৱৰ গুৰুস্থানীয় বা নেতৃস্থানীয় ব্যক্তিৰ ঘৰৰ পৰা হুঁচৰি আৰম্ভ কৰিছিল।

বিহু যেতিয়া প্ৰথম ৰংঘৰৰ বাকৰিলৈ গৈছিল, অনুমান কৰিব পাৰি যে ই নিশ্চয় ৰজাৰ মনোৰঞ্জনৰ বাবে.এক নতুন ৰূপ পৰিগ্ৰহণ কৰিছিল। তাতে সেয়া আছিল প্ৰতিযোগিতা। বঁটা-বাহনৰ কথা আছে আৰু মানদণ্ডপূৰ্ণ নহ'লে গৰিহণাৰ কথাও আছে। ৰজাই শুনিও ভাল পাব লাগিব আৰু চায়ো ভাল পাব লাগিব। তাতে ৰজাই সংগীত ভাল পায়। হিন্দুস্থানী সংগীত চৰ্চ্চাৰ পৃষ্ঠপোষকতাও কৰিছে। তেনেজন ৰজাৰ ঘৰত হুঁচৰি গাবলৈ সাজু হৈ যাব লাগিব। তেতিয়াই হয়তো নিজৰ স্বতঃস্ফূত আনন্দ প্ৰকাশৰ অনুষ্ঠানটি (বিহু) হৈ পৰিল আনৰ মনোৰঞ্জনৰ বাবে চৰ্চিত এক বিষয়। স্বৰ্গদেওৰ চোতালত বনৰ বিহুগীত নাগায়। গাব নাপায় হয়তো। তেন্তে কি গীত গাব। হয়তো তেনে সময়ৰ পৰা বিহুনাচ-বিহুনাম হুঁচৰিৰ পদ-ঘোষালৈ এক পৰিবতৰ্তন আহিল-

*স্বৰ্গদেও ওলালে বাট চ'ৰাৰ মুখলে/ দুলীয়াই পাতিলে দোলা।*
*কাণত জিলিকিলে মকৰে কুণ্ডলে/ গাতো গোমচেঙৰ চোলা।*
হয়তো বিহুনামেৰে দোষ মৰিষণ বিচাৰিছিল-
*এহে- দেউতা ঈশ্বৰ অ' – নামত নধৰিব দায়/ এ দেউতা ঈশ্বৰ অ' – পদত নধৰিব দায়- এ*

স্বৰ্গদেওসকলৰ পৃষ্ঠপোষকতাত ৰজাৰ ঘৰত ভাওনাও অনুষ্ঠিত হৈছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই 'কীচক বধ' নাটক লিখিছিল। অভিনয়ো হৈছিল বহুদিনলৈকে। মণিপুৰৰ ৰজা জয়সিংহক আৰু কছাৰী ৰজা সন্ধিকাৰীক সম্ভাষণ জনাওঁতে স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ ৰাজ সভাত কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ বৰ পুতেক চন্দ্ৰহাস ডেকা বৰুৱাই দুশ মানুহৰ হতুৱাই "ৰাৱন বধ" ভাওনা কৰি ৰজাসকলক আনন্দ দিছিল। অৰ্থাৎ সেই সময়ত স্বৰ্গদেওসকলে অসমৰ বৈষ্ণৱ সংস্কৃতিৰ ভাওনা আৰু বিহু সংস্কৃতিৰ হুঁচৰি দুয়োটা অনুষ্ঠানকে ৰাজসভালৈ আমন্ত্ৰণ কৰিছিল। ইয়াৰ পৰা এটা কথাই অনুমান কৰিব পাৰিযে ৰাজ-পৃষ্ঠপোষকতা লাভ কৰা 'ভাওনা' আৰু 'হুঁচৰি' এনে ধৰণে চৰ্চিত হৈছিল যে দুয়োটাৰ মাজত আপোনভাৱে এক সংমিশ্ৰণ চলিছিল। দিহানামৰ এনে কিছুমান সুৰ আছে যিবোৰ অকনমান হেঁচা পৰিলেই বিহুনামৰ সুৰ হৈ পৰে। *এ বনমালী বৈ বৈ ধেমালি/ক ৰা বনমালী বৈ বৈ ধেমালি/বৈবৈ ধেমালি* কৰা ।

এই সকলোখিনিয়ে বিহুলৈ এক পৰিবৰ্ত্তন আনিলে। এই পৰিবৰ্ত্তনে সেই সময়ৰ পথাৰত বিহু গাই ভাল পোৱা সকলৰ মনলৈ কি অনুভৱ আহিছিল নাজানো কিন্তু সাম্প্ৰতিক সময়ৰ দুগৰাকী চিন্তাশীল ব্যক্তিৰ অনুভৱৰ উদ্ধৃতি দিব খুজিছো। বিহুত বৈষ্ণৱ সংস্কৃতিৰ সংমিশ্ৰণৰ সম্পৰ্কীয় এটা প্ৰশ্নৰ উত্তৰত বিহু সংস্কৃতিৰ সাধক হেম বুঢ়াগোহাঞিদেৱে কৈছে- "শংকৰদেৱ প্ৰৱৰ্ত্তিত ধৰ্মৰ প্ৰসাৰতাই জাতীয় জীৱনৰ আপুটৰ পুট সদৃশ বিহু উছৱত প্ৰভাৱ পেলোৱাত বিহুত কীৰ্ত্তন ঘোষাৰ গীত-পদ পৰিবেশিত হৈ বিহুৰ স্বৰূপ বিৰূপ হৈছিল। এনে পৰিবৰ্ত্তনত জাতীয় উছৱটি বহুতৰ বাবে অপসংস্কৃতি যেন হৈছিল।

এই সম্পৰ্কত তোযেশ্বৰ চেতিয়াই লিখিছে- 'আদিম শ্ৰেণীহীন সমাজত কৃষিজীৱি আৰু শ্ৰমকাৰী মানুহে সাৰ্বজনীন অনুষ্ঠানৰূপে সৃষ্টি কৰা বিহু উৎসৱ অৱশ্যে যুগে যুগে শ্ৰেণী প্ৰভূহঁতৰ হাতত আক্ৰান্ত হৈ আহিছে। তথা অৰ্দ্ধ সামন্তযুগীয়া শংকৰী ধৰ্ম আৰু ধৰ্মানুষ্ঠানৰ প্ৰভাৱ বিহুত পৰাত বিহুগীতক বিহুনাম আখ্যা দিয়া আৰু বিহুত গুৰু গোসাঁইক সেৱা পূজা কৰা, নামঘৰত নাম লোৱা আৰু বিহুগীতত ঈশ্বৰ দেৱতা আদিৰ সামান্য অনুপ্ৰবেশ ঘটা আদি ঘটনা ঘটিল। তথাপি বিহুৰ মূল ঐহিক আৰু দৈহিক আবেগ অভিব্যক্তিয়ে প্ৰাধান্য পায় থাকিল।" চেতিয়াই আকৌ লিখিছে যে- "আহোম ৰাজত্বৰ শেষৰ ফালে বিশেষকৈ ৰাজেশ্বৰ সিংহৰ দিনৰ পৰা বিহুৱে আহোম ৰজাৰ পৃষ্ঠপোষকতা পালে।.." ৰাজ পৃষ্ঠপোষকতাই বিহুক জনপ্ৰিয় কৰি তুলিলে। বিহুৱে প্ৰচাৰ পালে। স্বৰ্গদেওসকলেও হুঁচৰিক 'ৰাইজ ডাঙৰ' বুলি সেৱা জনালে। ( ... সেইদিনা চ'তৰ বিহু। ১৬৯১ শকৰ শেষ দিন। ১৭৬৯ চন। স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ কুঁৱৰী কুৰঙ্গনয়নীৰ স্বামীৰ মৃত্যুৰ পাছত স্বৰ্গদেউ লক্ষ্মী সিংহৰ ৰাজত্ব কালত মোৱামৰীয়া বিদ্ৰোহৰ ঘটনা চক্ৰত ৰাঘ মৰাণ বৰবৰুৱা হোৱাৰ পিছত ৰাঘ মৰাণৰ অন্তেষপুৰত থাকিব লগা হয়। কিন্তু আই কুঁৱৰীদেৱৰ ধৰ্ম নষ্ট কৰিব পৰা নাছিল। কাল চক্ৰত বিহুৰ দিনা ৰাঘ মৰাণে (বৰবৰুৱা) কুৰঙ্গনয়নীৰ দিহামতে পূৰ্বাপৰ নীতি অনুসৰি বিহুৱা ৰাইজক ৰাঘ মৰাণে (বৰবৰুৱা) সেৱা কৰিবলৈ যাওঁতেই... আগৰ পৰিকল্পনা মতে হত্যা কৰে। এই ঘটনাই প্ৰমাণ কৰে যে া-ডাঙৰীয়াসকলে বিহুৱা ৰাইজৰ সেৱা লৈছিল।) এনেকৈ যে . ইতিহাসৰ এটা অধ্যায় সলনি হ'ল। বিহুলৈ এক পৰিবৰ্তন আহিল। গৃহস্থৰ ঘৰত যেতিয়া হুঁচৰি গাব লগা হৈছিল তেতিয়া বিহু মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত, পগলা পাৰ্বতীৰ গীত আদিয়ে হয়তো সেই সময়ৰ পৰা প্ৰবেশ কৰিলে। ❖❖❖

# বিহু ঃ এক সুকীয়া অনুভৱ

✍ বলিন শইকীয়া

*"বিহু আনন্দিয়া বিহু বিনন্দিয়া*
*বিহুৰে অমিয়া মাত,*
*বিহু থাকে মানে বিহুকে বিনাবা*
*বিহু গ'লে বিনাবা কাক।"*

বিহু আমাৰ জাতীয় উৎসৱ। বিহু অসমীয়া জাতিৰ আয়ুস ৰেখা। অসমীয়া বাপোতিসাহোন ৰঙালী বিহুটিয়ে ভূমুকি মৰাৰ লগে লগে অসমীয়া জাতিৰ প্ৰাণ উথলি উঠে, গা-মন ৰাইজাই কৰে। বিহুটিক আদৰিবলৈ সকলোৱে উদ্‌গ্ৰীৱ হৈ পৰে, ব্যস্ত হৈ পৰে গাঁৱৰ—নগৰৰ সমাজ, ৰাইজ। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো একাকাৰ হৈ পৰে। এৰি থৈ অহা দুখ-দুৰ্দশা পাহৰি কুলি-কেতেকি, ঢোল-পেঁপা মাত শুনাৰ লগে লগে সকলোৰে মন ফৰকাল হৈ পৰে। নাহৰ-তগৰৰ গোন্ধে চৌপাশে আমোলমোলাই তোলে, ৰঙালী ৰং অধিক ৰঙীন কৰে। বাদ নপৰে কোনো। মালিক-মহাজনৰ পৰা আৰম্ভ কৰি শোষিত-পীড়িতলৈকে সকলোৱে বিহু বুলিলে এপাক নাচে, এসাজ একেলগে খায়, এসাজ নতুন কাপোৰ পিন্ধে, এফাঁকি হ'লেও বিহুগীত নিজে নজনাকৈ মুখেৰে নিৰ্গত হয়। মনবোৰ উৰা মাৰে সেইখন গাঁওলৈ—যিখন গাঁৱত এতিয়াও দলনি পথাৰত ম'হৰ পিঠিত উঠি ডেকাই পেঁপা বজাই গীত যোৰে, পথাৰৰ গছৰ তলত গাভৰু-বোৱাৰীয়ে জেং বিহু মাৰে। ভাল লাগে নৈ-জানৰ পাৰত গৰুক গা-ধুউৱা, মাহ-হালধী, দীঘলতি-মাখিয়তিয়ে গৰু নুৰুৱা দৃশ্যবোৰ দেখিলে। সন্ধিয়া নতুন পঘাৰে গৰুক আদৰা, ঘৰে ঘৰে যাগ দিয়া, যাগৰ ধোঁৱাই চৌদিশ আৱৰি ৰখা পৰিৱেশত থাকিলে অন্য এখন সৰগপুৰীত থকা যেন অনুভৱ হয়। সঁচাই কিযে বিনন্দীয়া ৰঙালী বিহু।

ভাৰতবৰ্ষৰ সকলো ঠাইতে অসমীয়া বাপতিসাহোন ৰঙালী বিহুটিক আদৰ কৰা পৰিলক্ষিত হৈছে। ভাৰতবৰ্ষৰ বাদেও অন্য ৰাষ্ট্ৰত থকা প্ৰৱাহী ভাৰতীয়ইও ৰঙালী বিহুটিত নিজ অসম ভূমিলৈ আহিব নোৱাৰিলেও য'তেই থাকে তাতে জাতি-জনগোষ্ঠীয়ে মিলি ৰঙালী বিহুটিক আদৰে। এদিনৰ কাৰণে হ'লেও স্মৰণ কৰে নিজৰ কৃষ্টি-সংস্কৃতিক। সেয়েহে আজি বিশ্বদৰবাৰত চিনাকি অসমৰ ৰঙালী বিহু।

অসমীয়াৰ প্ৰাণৰো প্ৰাণ বিহুতে আমি ধনী-দুখীয়া, জাতি-জনগোষ্ঠী, ধৰ্ম-বৰ্ণ নিৰ্বিশেষে মিলন হওঁ। আচলতে বিহু নাথাকিলে অসমীয়াৰ একোৱে নাথাকিব। সেয়েহে আমি সকলোৱে মিলি বিহুটি জীয়াই ৰাখিব লাগিব—জীয়াই ৰাখিব লাগিব অসমীয়া জাতিটোক। নহ'লে বিশ্ববৰেণ্য শিল্পী ভূপেনদায়ে কোৱাৰদৰে বিশ্বই আমাক ৰাজহাঁহ নাই বুলি হাঁহিব। ❖❖❖

# হেৰাইছে

✍ জীৱন গোস্বামী
সাংবাদিক
৯৮৫৪১৯০০৫২

হেৰাইছে। বাতৰি কাকতৰ পৃষ্ঠা লুটিয়াবই নোৱাৰি। কেৱল হেৰাইছে বিজ্ঞাপন। হেৰাইছে বিজ্ঞাপনত আকৌ ধন-বিত, সা-সম্পদ হেৰোৱাৰ খবৰ নাম মাত্ৰহে থাকে। নব্বৈ শতাংশৰো অধিক থাকে ছাত্ৰ-ছাত্ৰীৰ মাৰ্কছিট, চাৰ্টিফিকেট অথবা এডমিটকাৰ্ড হেৰোৱাৰ খবৰ। পঢ়িয়েই হওঁক বা দুপৰ নিশালৈকে পুৰীয়া লিখি নকল মাৰিয়েই হওক। যিকোনো প্ৰকাৰে বিদ্যালয়, বিশ্ববিদ্যালয়ৰ পৰা পোৱা চাৰ্টিফিকেট, মাৰ্কচিটবোৰ হেৰাই থাকে। ছাত্ৰ-ছাত্ৰীৰ অশেষ কষ্টৰ ফল এই মাকছিট, এডমিট কাৰ্ডবোৰ। পিছে হেৰাবলৈ পায় এইবোৰহে। টোপনি খতি কৰি ম'হৰ কামোৰ খাই পুৰীয়া কিমান কষ্টকৰ সেইয়া ভূত-ভূগীয়েহে জানে। আজিকালি পিছে সেই কষ্টৰ কিছু লাঘৱ হৈছে। মাইক্ৰজেৰক্স ওলাইছে। কেৱল ধন দিলেই দোকানীয়ে চকুৰে মনিব পৰা নোৱাৰা আকাৰত কিতাপৰ পাত জেৰক্স কৰি দিব। ছাত্ৰই কেৱল হাতৰ টিপত নুৰিয়াই পৰীক্ষাত নিৰীক্ষকৰ চকুত ধুলি দিব পৰা গুন কন আয়ত্ব কৰিব পাৰিলেই হ'ল। পিছে পঢ়ি শুনি, অথবা টোপনি খতি কৰি অথবা ধন খৰছ কৰি পুৰীয়া প্ৰস্তুত কৰি অৰ্জন কৰা মাৰ্কচিট, চাৰ্টিফিকেটবোৰ হেৰাই থাকে। ছাত্ৰ জীৱনৰ সাধনাৰ ফল নাইবা শিক্ষা জীৱনৰ সুস্বাদু ফল স্বৰূপ নাইবা ছাত্ৰ জীৱনৰ পৰিচয়ৰ সঁচাৰ কাঠী স্বৰূপ মাৰ্কচিট ছাৰ্টিফিকেট বোৰ হেৰাই থাকে। ছাত্ৰ জীৱনৰ সাধনাৰ স্বীকৃতিবোৰ হেৰাই আছে। উৱাদিহ হেৰাইছে ছাত্ৰ সমাজৰ। কিয় হেৰাই এইবোৰ। পিছে হেৰাইছে নামৰ দৈত্যটোৱে কেৱল ছাত্ৰ সমাজৰ চাৰ্টিফিকেট,মাৰ্কচিটতে কৰ্ম ক্ষেত্ৰ সীমাবদ্ধ ৰখা নাই। সমাজৰ সকলো স্তৰলৈকে হেৰাইছে দৈত্যৰ হাতোৰা সম্প্ৰসাৰিত হৈছে। ইয়াৰ কবলৰ পৰা কলিমন দাইটিহঁতো সাৰিব পৰা নাই। দুদিন মানৰ পৰা উত্তলা হৈ আছে কলিমন দাইটি। দাইটিৰ বস্তু এটা হেৰাইছে। ইমান দিন যতনে থৈ দিয়া আৰু লাগতিয়াল বস্তু এটা হেৰাই থাকিল। সন্মুখত ৰঙালী বিহু। দাইটিয়ে বিহুৰ পিঠা-পনা,জা-জলপানৰ পৰা গৰুৰ ন-পঘা, গৰু চাটৰ দ্ৰব্য, মাখিলতি আদি সকলা যোগাৰেই সম্পূৰ্ণ কৰিলে। পিছে ঘাই শাক মৰলীয়া। আচল বস্তুটোৱেই নাই। বস্তুটো নহ'লে বিহু পাতিবই নোৱাৰি। সকলো যোগাৰ কৰিও দাইটি এটিয়া জুলুকা লাগিছে বিহুটো পাতিব নোৱাৰাৰ বেজাৰত।

ভালে কেইদিন চেষ্টা কৰিও দাইটি বিফল হ'ল। থোৱা ঠাইত বস্তুটো নাই। প্ৰথমে মানুহ জনীক সুধিলে। পিছে সংসাৰৰ একো ভু ভটং নোপোৱা মানুজনীয়ে মই সেইবোৰ একো নাজানো বুলি গা-এৰা দিলে। দাইটি বিবুধিত পৰিল। আজি অত বছৰে নিকপকপীয়াকৈ থোৱা বস্তুটো ক'ত হেৰাল। নিজে বিচাৰি খোচাৰি চলাথ কৰিলে। নাই নোলাল। ওচৰ চুবুৰীয়াকো সুধিলে। নাই নোলাল। ক'তগ'ল তেন্তে। বিহুটো যিমানে ওচৰ চাপি আহিছে দাইটি সিমানে উতলা হৈ পৰিছে। বস্তুটো নহ'লে বিহুৱেই নহ'বগৈ। ইমানবোৰ যা-যোগাৰ অথলে যাব। নাই এনেকে নহ'ব। দাইটিয়ে মন থিৰ কৰিলে। পুৱাই গা-পা ধুই ওলাল লোকাই বেজৰ ওচৰলৈ। তামোল পান, টকা এঘাৰটা বটাটোত সজাই দাইটিয়ে লোকাই বেজক আদ্যোপ্ৰান্ত ক'লে। বেজে বহুত অংক কৰিলে। মঙলো চালে কেবাখন। পিছে দাইটিক হ'লে সু-সমিধান দিব নোৱাৰিলে। ক'লে পৰৰ ছাট পৰিছে। তোমাৰ বস্তুটো কেবাজনেও নেফানেফ কৰিছে। ঘুৰাই পাবনে নাই সেইয়া তোমাৰ কপালৰ ওপৰতে নিৰ্ভৰ কৰিছে। মই পিছে তোমাৰ কপাল পৰীক্ষা কৰিব নোৱাৰো। কিন্তু যিহেতু তোমাৰ বস্তুটো কোনোবা মানুহেই হৰলুকি কৰিছে গতিকে মানুহৰ সু-মতি হ'লে হয়তো তোমাৰ বস্তুটো ঘুৰাই দিবও পাৰে।

বিমৰ্ষ হৈ দাইটি বেজৰ ওচৰৰ পৰা উভটিল। অঞ্চলটোত নাম জ্বলা বেজ ফেইল মৰাৰ পাছত দাইটি এইবাৰ ওলাল কন গোঁসাইৰ ওচৰলৈ। ভূত ভৱিষ্যতৰ কথা সল-সলীয়াকৈ ক'ব পৰা বুলি গোঁসাইৰ এটা সু-নাম আছে। দাইটি গৈ এইবাৰ কন গোঁসাইৰ

ওচৰত সাষ্টাঙ্গে পৰিল। হেৰোৱা বস্তু বিষয়ে অকনমান চাই দিবলৈ তামোল পানৰ বঁটা আগবঢ়ালে। পিছে দাইটিৰ হেৰোৱা বস্তুপদৰ কথা শুনি গোঁসাইয়ে থৰ মৰ খালে। আনক ভাবি শুনি গোঁসায়ে দিলে সমিধান বোলে দেৱ দেৱতাৰ দোষ খণ্ডনৰহে মই বিধান দিব পাৰো। কিন্তু মনুষ্যৰ দোষ লাগিলে খণ্ডন কৰাৰ বিধান মই নেজানো। বেজৰ সুৰতে সুৰ মিলাই গোঁসাইয়েও ক'লে- মনুষ্যৰ দোষ খণ্ডনৰ হেতু বৰমুৰীয়া মনুষ্য দুজনমানক পুজা কৰি সন্তুষ্ট কৰা। তেতিয়া হয়তো তোমাৰ হেৰোৱা বস্তুটো ঘুৰাই পাব পাৰা। এইবাৰো বিমৰ্ষ মনেৰে দাইটি উভটিল। বিহু পালেহিয়েই। পটাপট মনুষ্য পূজা কৰি হেৰোৱা বস্তুটো উদ্ধাৰ কৰি বিহুত বলিয়া হ'বলৈ দাইটি ব্যাকুল হৈ পৰিছে। গোঁসাইৰ ওচৰৰ পৰা অহাৰ পিছদিনাই ধুনীয়া ধুতি পাঞ্জাৱী পিন্ধি দাইটি ওলালগৈ স্থানীয় বিধায়কৰ ঘৰ। ভাগ্যে যেনিবা বিধায়ক ঘৰতে আছিল। অগনন লোকৰ ভীৰ বিধায়কৰ ওচৰত। না না জনৰ না না কাম। দাইটি নিশ্চুপ হৈ বহু বেলি বহি ৰ'ল। অৱশেষত সুৰুঙা এটা ওলাল। দাইটি খপ কৰি গৈ বিধায়কৰ ওচৰত লেপেটা কাঢ়ি বহিল। বস্তু ভাগ হেৰোৱা আৰু তাকে নহ'লে বিহু পাতিব নোৱাৰা দুখৰ কথা কৈ ব্যৱস্থা এটা কৰি দিবলৈ দাইটিয়ে বিধায়কক কাতৰ অনুৰোধ জনালে। বহু বেলি চিন্তা কৰি বিধায়কে ক'লে- এনেবোৰ বস্তু হেৰাই থাকিব আৰু মাজে মাজে ওলাই থাকিব। মই কিন্তু উলিয়াই দিব নোৱাৰো। এনেকুৱা বস্তু হেৰোৱা হুলস্থুলৰ মাজত থাকিলেহে আমাৰ শান্তি। ৰাইজ এই বোৰত লাগি থাকিলে আমি পিঠিয়েই খজুৱাই আছোনে ভৰিয়েই খজুৱাই আছো ৰাইজে মনেই নকৰে। গতিকে তোমাৰ বস্তু উলিয়াই দি আমাৰ শান্তি ভংগ কৰিব নোৱাৰো। দাইটিৰ ফাঁই উঠি আহিছিল যদিও সম্বৰন কৰিলে। একাষাৰ টানকৈ ক'লে বিধায়কৰ চামচা নহ'লে পুলিচে পিঠি দফলা দফল কৰিব। ফাইটো সামৰি দাইটি উভটিল। বাহিৰে বাহিৰে ওলাল বেলেগ দুজনমানৰ ওচৰলৈ। কলম চলাই খাই থকা তথা অঞ্চলটোত বুদ্ধিজীৱি বুলি ৰজনজনাই থকা এজনৰ ঘৰ ওলালগৈ দাইটি। আথে বেথে দাইটিয়ে সমস্ত বেদনা ব্যক্ত কৰি সমাধানৰ পথ এটা দিবলৈ বুদ্ধিজীৱিক কাবৌ কৰিলে। পিছে ফল হ'লে নধৰিল। কলমডাল ওভোটাই কামুৰি বুদ্ধিজীৱিয়ে ক'লে- আও এইবোৰ বস্তু চিধাকৈ উলিয়াই দিলে আমাৰ কলমডাল চলাৰ তেল পানী ক'ত ওলাব। এইবোৰ ঘুৰাই ঘুৰাই ফেনেকি ফেনেকি সানি পুতকি থাকিলেহে আমাৰ কলমটো চলি থাকিব। তুমি ৰাষ্টা ধৰা চিধা চিধি তোমাৰ হেৰোৱা বস্তুৰ সন্ধান দি মই হাতৰ কুঠাৰ ভৰিত নামাৰো নহয়। এইবাৰ দাইটিৰ ডিঙি শুকাই কৰ্কৰীয়া হ'ল। বিমৰ্ষ মনেৰে দাইটি কইনা খোজেৰে ঘৰলৈ উভটিছে। হঠাৎ দাইটিৰ মনত পৰিল। কাকতে পত্ৰই লেখা লেখি কৰা এজন গতিমনৰ ঘৰতে আছে। তত্ব গধূৰ লেখা মেলাও কৰে বোলে। ৰাইজে সাহিত্যৰ মানুহ বুলি কয়। পিছে তেজ মঙহৰ মানুহটোনো কেনেকৈ সাহিত্যৰ মানুহ হ'ল দাইটিয়ে তাৰহে উৱাদিহ নেপালে। নাই মোমাই কনা মোমাই বুলি দাইটিয়ে সাহিত্যৰ মানুহ জনৰ নঙলাত হাত দিলেগৈ। বাৰাণ্ডাত বহি কিবা লেখা লেখি কৰি থকা সাহিত্যৰ মানুহজনে দাইটিক দেখিয়েই কি হ'ল বুলিলে। দাইটিয়ে আথে বেথে দুই হাত জোৰ কৰি আদ্যোপান্ত ক'লে। পিছে হিতে বিপৰীত হ'ল। ভেকাহি মাৰি উঠিল সাহিত্যৰ মানুহজন। দাইটিক ভেকেহিয়াই ক'লে- এইবোৰ মোৰ কাম নহয়। নঙলাডাল ভালকে মাৰি থৈ যোৱাগৈ।

সেমেকা চকুৰে দাইটিয়ে এইবাৰ ঘৰলৈ বুলি বাট ল'লে। বস্তু হেৰোৱাৰ বেদনা, বিহু পাতিব নোৱাৰা বেদনাই দাইটিৰ চকুলৈ পানী বোৱালে। ভাবিলে বাৰীখনত বান্ধনি এটা দিব লাগিব বস্তু নেহেৰোৱাকৈ। ভাল বেজ এজন বিচাৰিব লাগিব। তাতকৈ অসম খনৰ চাৰিসীমাতে বান্ধনি এটা দিব পৰা নাযায়নে। দাইটিয়ে নিজকে প্ৰশ্ন কৰিলে। তেতিয়া অকল দাইটিৰহে নালাগে অসম আৰু অসমীয়াৰ এটাও বস্তু হৰণ ভগন নোহোৱাকৈ থাকিব। ঘৰ পাই পিৰালিতে বহি পৰিল দাইটি। ভাবিলে অসমৰ চাৰিসীমা আৰু মানুহ বোৰৰ মন বোৰত বান্ধনি দিব লাগিব। নহ'লে বস্তু হেৰায়েই থাকিব। যি দৰে কৌটি কলীয়া অসমীয়াৰ সংজ্ঞাটো হেৰাই থাকিল। অসমীয়াৰ সংজ্ঞাটো হেৰোৱাৰ বাবে অথবা আত্ম পৰিচয় নোহোৱাৰ বাবে ৰঙালী বিহুটো দাইটিয়ে পাতিব নোৱাৰা হ'ল। যুগে যুগে সগৌৰৱে জিলিকি থকা অসমীয়া জাতিৰ পৰিচয় হেৰুৱাই বিমৰ্ষ দাইটিয়ে ৰঙালী বিহু পতাৰ সাহস কনো হেৰুৱাই পেলাইছে। নাই এনেকৈ নহ'ব। দাইটিয়ে ভাবিলে। আমাৰ হেৰোৱা পৰিচয় আনক উদ্ধাৰৰ দায়িত্ব দিব নোৱাৰি। খাটি খোৱা আমিবোৰে টঙালি বান্ধি ওলাবৰ হ'ল। আমি অসমীয়া হৈয়েই থাকিম। আমি বিহু পাতিয়েই থাকিম। দৃঢ় মনেৰে দাইটিয়ে এইবাৰ কান্ধত থকা গামোচাখন জোৰকৈ মেৰিয়াই ল'লো। ❖❖❖

# বিহুৰ চান্দা

✍ অনু শইকীয়া
৭ নং ৱাৰ্ড, ডি.কে. ৰোড, লক্ষীমপুৰ

বহাগ আহিল গছৰ আগত বহাগ আহিল মনৰ মাজত। প্ৰকৃতিয়ে নতুন কুঁহিপাত আৰু নানা ৰঙৰ ফুলৰ সম্ভাৰ লৈ বহাগীক আদৰিবলৈ আগবাঢ়ি আহিল। নানা ফুলৰ সুবাস বোকোচাত লৈ বাউলী বৰদৈচিলাজনীয়েও ৰঙালী বিহুৰ বতৰা জনালে। লগে লগে কুলি কেতেকীৰ সুৱদী মাতে প্ৰতিজন অসমীয়াৰ মন আনন্দ উল্লাসেৰে ভৰাই তুলিলে। প্ৰতিঘৰ অসমীয়াৰ আখল মিঠা মিঠা লাডু পিঠাৰে উপচি পৰিল। খোলা চপৰীয়া, হেঁচাপিঠা, তিলপিঠা, ঘিলাপিঠা, সুতুলী পিঠা, ফেনিপিঠা, চুঙাপিঠা, টেকেলী পিঠা, ঢোপা পিঠা, কিমান যে মিঠা মিঠা বিহুৰ পিঠা।

এনে আনন্দ উল্লাহৰ মাজতে আহিল বহাগী মেলা, বহাগী উৎসৱবোৰ। বহাৰ পৰা জেঠলৈকে বিহু চলিয়ে থাকে।

আজি গোসাই বিহু। ৰাতিপুৱা গা-পা ধূই গুৰুসেৱা কৰি আগফালে বাৰণ্ডাৰ চকী খনতে বহিলো। ওচৰতে থকা খবৰ কাগজখনত আকৌ চকু ফুৰালো। বিহুৰ আনন্দৰ মাজতে ক'ত যে ঘটনা। মনটো বেয়া নকৰো বুলি ভাবি খবৰ কাগজখন আকৌ আঁতৰাই থলো।

আগফালে জপনাখন খুলিচোন কেইজনমান ল'ৰা আমাৰ ঘৰলৈ সোমাই আহিছে। তাৰে এজনৰ হাতত এখন চান্দা বহীযেন পাইছো। ওচৰত পাওঁতে দেখিলো দেখোন আটাইকেইজন এসময়ৰ মোৰেই ছাত্ৰ। আমাৰ ঘৰৰ প্ৰায় ওচৰৰ। ছাত্ৰ এজনে চান্দাবহীখন মোলৈ আগবঢ়াই দিলে।

ছাৰ চান্দাৰ বাবে আহিছো।

কিহৰ চান্দা?

বিহুৰ চান্দা ছাৰ। এইবোৰ আমাৰ আঁহতগুৰি বিহু মেলাৰ ৰূপালী জয়ন্তীবৰ্ষ। সেইবাবে অলপ ডাঙৰকৈ পাতিব খুজিছো ছাৰ।

ভাল কথা। পাতিব লাগে। এইখন আহতগুৰি বিহুমেলা আমিয়েই আৰম্ভ কৰা। এসময়ত মই নিজেই সভাপতি হৈ সুন্দৰকৈ বিহু পাতিছিলো। পিছে চান্দা কিমানকৈ তুলিছা?

আপোনাৰ মতেই দিয়ক ছাৰ।

মই একাৱন্ন টকা লিখিবলৈ ক'লো। ল'ৰা কেইটাই একাৱন্ন টকা বুলি শুনিয়েই জাপমাৰি উঠিল। মই যেন জ্বলাজুইত ঘিউহে ঢালিলো। তেওঁলোকৰ মাজৰ এজনে ক'লে নহয়, ছাৰ, তেনেকুৱা নকৰিব। এইবাৰ আহতগুৰি বহাগী মেলাৰ ৰূপালী জয়ন্তী বৰ্ষ। আমি বাহিৰৰ পৰা গায়ক মাতিছো। আপুনি কমকে হ'লেও এহেজাৰ টকা দিব বুলি আমি ধৰি লৈছিলো।

তোমালোকে ধৰি ললেই নহ'ব নহয়। চোৱা মই বৰ্তমান অৱসৰ পোৱা মানুহ। পেঞ্চনৰ টকা কেইটাৰ কোনোমতে সংসাৰখন চলাই আছো। মই তোমালোকক ইয়াতকৈ বেছি দিব নোৱাৰিম। আমাৰ দিনত বিহু পাতোতে আমি দেখোন যি যেনেকৈ দিছিল সেই মতেই লৈছিলো।

আগৰ দিন এতিয়া নাই ছাৰ।

কিয় নাই? এইবোৰ দিন তোমালোকেহে বনাইছা। বাহিৰৰ পৰা গায়ক আনিব কিয় লাগে? আমাৰ ইয়াতে বহুতো গান গাব পৰা ল'ৰা-ছোৱালী আছে। সিহঁতক সুবিধা দিয়া।

ঠিক আছে তোমালোকে এশ টকাকে লিখা। দুজন মানে আপত্তি কৰিছিল যদিও এজনে হ'ব হ'ব বুলি কৈ মান্তি হ'ল, আৰু এশ টকাৰ ৰচিদ এখন মোৰ হাতত তুলি দিলে। মই ভিতৰৰ পৰা এশ টকা আনি ল'ৰা কেইজনৰ হাতত দিলো। তেওঁলোকে যাবৰ সময়ত মোক কৈ গ'ল, এইবাৰ হেনো সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিবলৈ মোকেই নিমন্ত্ৰণ কৰিব। থিক দুদিন মানৰ আগতে নিমন্ত্ৰণ কৰিবলৈ তেওঁলোক আকৌ আহিব।

তেওঁলোক ওলাই যোৱাৰ ফালে চাই মনটো ভাল লাগি গ'ল। মনতে ভাবিলো-হওঁক তেওঁ ইহঁতে শিক্ষকক সন্মান কৰিবলৈ পাহৰা নাই। নিজৰ শিক্ষকতাৰ ওপৰত আজি গৌৰৱ অনুভৱ কৰিছো।

কোননো সেইকেইটা ল'ৰা? মোৰ চিন্তান আউল লাগি গ'ল। হাতত থকা ৰচিদখন বিমলালৈ আগবঢ়াই দিলো। ৰচিদখন দেখি মোৰ পত্নী বিমলাৰ মুখখন শাওনৰ ওন্দোলাই অনা আবেলিৰ আকাশখনৰ দৰে হ'ল।

বিহুৰ চান্দাৰ বাবে আহিছিল হ'বলা; কাম নাই যেতিয়াই তেতিয়াই বিহুপাতি চান্দা তুলি ফুৰিব।

ৰ'বাচোন তেনেকৈ নক'বা। সিহঁত আমাৰ অঞ্চলৰ ল'ৰা। আমি সিহঁতক উৎসাহহে দিব লাগে। এইখন আহতগুৰি বিহুত এসময়ত ময়েই জড়িত আছিলো। তুমিওতো আমাক সহায় কৰি দিছিলা। বৰ্ত্তমান বিহু উৎসৱৰ মাজেদিয়েই আমাৰ সংস্কৃতি জীয়াই ৰখাৰ এটা সুন্দৰ সুবিধা। তাতে এইবাৰবোলে সাংস্কৃতি সন্ধিয়া উদ্বোধন কৰিবলৈ মোকেই নিমন্ত্ৰণ কৰিবলৈ আহিব।

মোৰ কথা শুনি বিমলাৰ মুখখন উজ্জ্বল হৈ উঠিল। মুঠতে মোক সন্মান এটা যাচিব বুলি শুনিয়েই তেওঁ আনন্দত আত্মহাৰা হৈ পৰিল।

আপোনাক আজিয়েই মাতি থৈ গৈছে নে কি?

নাই আজিয়েই মতা নাই। সিহঁতে আকৌ বেলেগে নিমন্ত্ৰণ কৰিবলৈ আহিব। আজি মাত্ৰ কথাষাৰ কাণ চোৱাই থৈ গৈছে। মোৰ কথা শেষ হ'বলৈ নাপালেই তেওঁ পুনৰ ক'লে-

সিহঁত আপোনাৰ ছাত্ৰ যেতিয়া আপোনাক মাতিবই। আপোনাৰ বাদে এইটো অঞ্চলত কোন আৰু বিশিষ্ট ব্যক্তি আছে।

পত্নীৰ মুখত নিজৰ গুনানুকীৰ্তন শুনি ক্ষন্তেকৰ বাবে হ'লেও বুকুখন ফুলি উঠিল।

নিশ্চয় যাবা। মোৰ পত্নী হৈ তুমি মোৰ লগত নবহি ক'ত বহিবা। হেঃ হেঃ হেঃ। দুয়ো হাঁহিলো।

এইবাৰ ৰূপালী জয়ন্তীৰ বৰ্ষ বহুত মানুহ হ'ব। বাহিৰৰ পৰা গায়কো মাতিছে। মোৰচোন ধূতী পাঞ্জাৱী যোৰ একেবাৰে পুৰণা হৈ গৈছে। নতুন এযোৰ লব লাগিব। প্ৰতিমাহে পেঞ্চনৰ পইচাৰ পৰা চানকাঢ়ি থোৱা টকা কেইটামান আছিল। তাৰে ধূতী পাঞ্জাৱী এযোৰ বজাৰৰ পৰা আনিলো। তাকে দেখি মোৰ পত্নীকো এযোৰ নতুন কাপোৰ লগা হ'ল।

আপোনাৰ লগত যাবলৈ হ'লে মোকো এযোৰ নতুন পাটৰ মেখেলা চাদৰ লাগিব। মাজনীৰ বিয়াত দিয়া যোৰ একেবাৰে পুৰণা হ'ল। গাঁৱৰ বিয়া সবাহে সকলোতে সেইযোৰেই পিন্ধো।

পাটৰ মেখেলা চাদৰৰ কথা শুনি মই পাম্প ৰো বেলুনৰ দৰে জয় পৰি গ'লো।

হব হব কিবা এটা কৰিব লাগিব ৰবা বুলি কৈ তেওঁক বুজনি দিলো। লগতে চাহ একাপ খাবলৈ ইচ্ছা যোৱাৰ কথাও কলো। তেওঁ ভিতৰ সোমাল।

দুৰৰ পৰাই পদুলীৰ মুৰত যদুৰামক দেখিলো। যদুৰামক মই কেইবাদিনো বিচাৰি গৈছিলো। আগফালৰ ঘাঁহনিবোৰ চাফা কৰিবলৈ। যদুৰাম আহি মোৰ ওচৰ পালেহি।

ছাৰ আপুনি মোক বিচাৰি গৈছিল।

এৰা-গৈছিলো। মোৰ এই ফুলনিখন গোটেই ঘাঁহেৰে বেৰি ধৰিছে। তই চাফা কৰি দিব লাগিছিল।

ছাৰ ৰূপালী জয়ন্তী নোযোৱালৈকে আপোনাৰ ঘৰত কাম কৰিব নোৱাৰিম। মাজত আৰু দুটাদিনহে বাকী আছে। এই কেইদিন যাদৱ ঠিকাদাৰে আমাক ৰাতিয়ে দিনে পেণ্ডেলৰ কামত খুতুৱাইছে।

কোন যাদৱ ঠিকাদাৰ?

যাদৱ ঠিকাদাৰক চিনি নাপায় জানো? সেই যে যাদৱ চৌধূৰী। তেৱেঁই গোটেই পেণ্ডেলটো দিছে।

হয় নেকি? খুউব ভাল কথা। ঠিক আছে তই বিহু মেলা শেষ হোৱাৰ পাছত আহিবি।

হব ছাৰ। যদুৰাম গ'লগৈ।

যাদৱ চৌধূৰীৰ নাম শুনাৰ লগে লগে মোৰ গাটো বিছাই ডকা যেন লাগিল। এসময়ৰ গভাইত চোৰ। চৰিত্ৰ হীন। এবাৰ চুৰ কৰি ধৰা পৰিলত ৰাইজে তাক কমখন উত্তম-মধ্যম শোধাইছিল নে। ছোৱালী কেচতো দুবাৰকৈ ধৰা পৰি কম মাৰ খাইছিল নে। হওক তেওঁ এতিয়া তাৰ পৰা হলেও ৰাইজে অলপ সহায় পাইছে। অন্তত ৰূপালী জয়ন্তী বৰ্ষ ভালকৈ পাতিব পাৰিব। আমি আপত্তি কৰিব লগীয়ানো কিতো আছে। মই মাত্ৰ এশ টকাহে দিছো।

বিমলা আহি হাতত চাহৰ কাপটো তুলি দি পুনৰ চাদৰৰ প্ৰসঙ্গ উলিয়ালে। খেলো চাদৰৰ কথা শুনি মোৰ বিৰক্তি লাগিছিল যদিও মুখত সেই ভাব প্ৰকাশ নকৰি মনে মনে থাকিলো।

পিছদিনা বজাৰলৈ গৈ কমফুলৰ পাটৰ মেখেলা চাদৰ এযাৰ কিনি আনিলো। কাপোৰ সাজ বিমলাৰ পচন্দ হয় নে নাই ভাবি ভয় খাইআছিলো। পত্নীৰ হাতত কাপোৰ সাজ দিলো। কাপোৰ সাজ চাই তেওঁ হাঁহি এটা মাৰিলে। মোৰো বুজিবলৈ বাকী নাথাকিল যে কাপোৰসাজ তেওঁৰ পচন্দ হৈছে। মনটো ভাল লাগি গ'ল। মনৰ আনন্দতে মাজনী আৰু জোৱাইকো বিহু চাবলৈ পোৱাকে আহিবলৈ ফোন কৰিলে। লগতে নতুন কাপোৰ সাজৰ পৰা ধৰি মোক উদ্বোধন কৰিবলৈ মতা কথাতোও কবলৈ নাপাহৰিলে।

বিমলায়ু কাপোৰ সাজ পিন্ধি মোৰ ওচৰলৈ ওলায় আহিল। সঁচাই কাপোৰ সাজে তেওঁক বৰ ধুনীয়া দেখুৱাইছিল। প্ৰথম কন্যাহৈ এইখন ঘৰত সোমোৱা দিনবোৰলৈ মনটো উৰা মাৰিলে। দীঘলকৈ ওৰণিখন টানি বিমলাই এইখন ঘৰৰ সকলো সমস্যা সমাধা কৰিছিল। কিমান যে আমেজ আছিল সেই দিন বোৰত। চুচুক-চামাক খোজেৰে লাজ লাজ ভাবেৰে বিমলা মোৰ ওচৰলৈ অহা দিনবোৰৰ কথা ভাবি মনটো ভাল লাগিল।

চাওতে চাওতে ৰূপালী জয়ন্তী পালেহি। ৰঙা, নীলা, লাইটে গোটেই পেণ্ডেল জকমকাই উঠিছে। বেনাৰ লগাইছে। গামোচাৰে পতাকা উৰাইছে। ইফালে ওচৰৰ ক্লাব ঘৰেটাত বিহুৰ অখৰা চলি আছে। ঢোল-পেঁপাৰ মাতত আহতগুৰিৰ মাটি কঁপি উঠিছে। মোৰো মনটো অলপ উগুল-থুগুল লাগিছে। সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰোতে কি ক'ম তাকে লৈ মযো ঘৰতে আখৰা চলাইছো। বৰ্তমান সংস্কৃতিৰ নামত অপসংস্কৃতিয়ে যে শিপাইছে, আমি এইবোৰ এতিয়াই ৰোধ কৰিব নোৱাৰিলে আমাৰ ভৱিষ্যত অন্ধকাৰ হ'ব। আমি অসমীয়া বুলি গৌৰৱ কৰিব নোৱাৰিম। এইদৰে সাৰুৱা ভাষণ এটা দিব লাগিব।

পিছে ল'ৰা কেইজনে মোক নিমন্ত্ৰণ কৰিবলৈ এতিয়াও নাহিল দেখোন। সিহঁতে বাৰু আন কাৰোবাক মাতিল নে কি? নাই নাই সিহঁতে সেই কাম কেতিয়াও নকৰে। কাৰণ মই সিহঁতৰ শিক্ষাগুৰু।

বিমলায় হাতত জলপানৰ বাতিটো আনি মোৰ সন্মুখত থলে।

হেৰি নহয়, আপোনাক নিমন্ত্ৰণ দিবলৈ ল'ৰা কেইজন দেখোন এতিয়াও নাহিল।

এৰা তাকেইতো ভাবিছো।

এটা নহ'লে কাম কৰক। আপুনিয়েই গা-পা ধুই বিহুতলীৰ ফালৰ পৰা এপাক আহক। সিহঁত কেইটা সম্ভৱ কামত ব্যস্ত। সেইবাবে এইফালে আহিবলৈ সময় উলিয়াব পৰা নাই চাগৈ। আমাৰো বিহুখনৰ প্ৰতি কৰ্তব্য এটা আছে নহয়। সন্ধ্যা কেইবজাত যাব লাগিব সুধি আহিব।

ৰ'বাচোন এতিয়াও সময় আছে, সিহঁতকেইটা আহিবও পাৰে। যদি নাহে তেতিয়া আমি নিজেই সন্ধ্যা লগাৰ লগে লগে ওলাই যাম।

ঠিক তেনে সময়তে কলিং বেলটো বাজি উঠিল। মই একে কোবে গৈ দুৱাৰখন খুলি দিলো। এইয়াচোন মাজনী আৰু জোৱাইহে আহিছে। মাজনী আৰু জোৱাই অহাবুলি শুনি বিমলাৰ আনন্দৰ পাৰ নোহোৱা হ'ল। দুয়োজনীৰ হাঁহি-খিকিন্দালি শুনি ওচৰৰ বৰুৱানী, হাজৰিকানীহঁত আহি ঘৰ ভৰি পৰিল। লগতে মই যে ৰাতিলৈ সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিম আৰু সেইবাবেই যে তেওঁ এযোৰ নতুন পাটৰ কাপোৰ লৈছে সেইতোও বৰুৱানীহঁতক নজনোৱাকৈ থকা নাই।

সন্ধিয়া লাগিল। ল'ৰা কেইটাৰ দেখা দেখি নাই। সিহঁতৰ বাবে বৈ থাকি লাভ নাই। সিহঁতে সম্ভৱ ৰাতিয়ে দিনে কষ্ট কৰি আমাৰ ওচৰলৈ আহিবলৈ সময়ে উলিয়াব পৰা নাই। তাতে সেইদিনা চান্দা নিবলৈ আহোতে সিহঁতে মোক প্ৰায় মাতি থৈয়ে গৈছে। এতিয়া আমি সাজি কাচি ওলোৱাৰহে কথা। বিমলাক ওলাবলৈ কৈ মযো সুন্দৰকৈ ধুতী পাঞ্জাবী পিন্ধি কান্ধত গামোচাখন লৈ ওলালো। মাজনী আৰু জোৱাই অলপ পিছত আহিব।

মাইকত বাজি থকা বিহুগীত শুনি শুনি কেতিয়া আহি বিহুতলী পালোহি গমেই নাপালো। ইতিমধ্যে বিহুতলী লোকাৰণ্য। মাইকৰ মাতৰ লগে লগে সৰু ল'ৰা ছোৱালীৰ চিঞৰ বাখৰ। কাৰো মাত কোনেও নুশুনে। ল'ৰা-কেইজনকচোন দেখাই নাই। বহিবলৈও ঠাই নাই। বহুত মানুহ থিয় হৈ আছে। আমিও লগতে থিয় হ'লো। মঞ্চত সুন্দৰকৈ টেবুল চকী সজাই থৈছে। পেণ্ডেলটোও বেচ ডাঙৰ। অলপ পাছতে যে আমাক মঞ্চলৈ মাতিব আৰু আমি তেতিয়া যে বহিবলৈ চকী পাম সেই কথা বিমলাক কাণে কাণে বুজাই দিলো।

আমাৰ ঘৰলৈ যোৱা ল'ৰা কেইজনৰ এজন মঞ্চলৈ উঠি আহিল। লগে লগে মঞ্চত সুন্দৰ লাইট জ্বলি উঠিল। মাইক বন্ধ হ'ল। সৰু ল'ৰা ছোৱালীবোৰৰো কোৰ্হাল বন্ধ হ'ল। সিহঁতেও বুজি পাইছে এতিয়া অনুষ্ঠান আৰম্ভ হ'ব বুলি। পত্নীয়ে মোৰ মুখলৈ চাই হাঁহি এটা মাৰিলে। মযো হাঁহিৰে সমৰ্থন জনালো।

ল'ৰাজনে গলগলীয়া মাতেৰে ঘোষণা কৰিলে। শ্ৰদ্ধেয় বিহুপ্ৰেমী ৰাইজ, আমি আজিৰ বিশেষ আকৰ্ষিত অনুষ্ঠান সাংস্কৃতিক সন্ধিয়া মুকলি কৰিব লৈছো। আজিৰ এই সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিবলৈ আমি আমন্ত্ৰণ কৰি আনিছো আমাৰ অঞ্চলৰে বিশিষ্ট সমাজ কৰ্ম্মী, ব্যৱসায়ী, মান্যবৰ শ্ৰীযুত যাদব হাজৰিকা দেৱক। তেখেতক মঞ্চলৈ আগবঢ়াই আনিব ....ৰাইজৰ হাত চাপৰিত পিচৰ কথাখিনি শুনিবলৈয়ে নাপালো। নিজৰ কাণ দুখনকে বিশ্বাস কৰিব নোৱাৰো হলো। মোৰ ডিঙিৰ গামোচা খনেৰে মুখখন আধা ঢাকি ৰাজপথত ভৰি দিলোহি। মোৰ পত্নীয়ে মোৰ মুখলৈ থৰ লাগি চাই ৰ'ল। ❖❖❖

# সাম্প্ৰতীক

✍ নীৰৱ জ্যোতি বৰদলৈ
লখিমপুৰ

এটা ক্ষুদ্ৰ সীহৰ টুকুৰা,
আৰু এটি প্ৰাণকতাৰ আৰ্তনাদ।
অথবা এজনী অসহায় অৱলা
আৰু তাইৰ যৌৱনক লৈ হেতালি খেলা-
বিকৃত সেই মানসিকতা!
এইয়াই নহয় জানো আজিৰ সোণৰ অসমৰ
জ্বলন্ত প্ৰতিচ্ছবি!!
কিয়! কিয় আজি এই ৰূপ, এই ক্ষণ
বিনন্দীয়া অসম মাতৃৰ।
পৰিৱৰ্তন যুগৰ আমন্ত্ৰণ
সময়ে কঢ়িয়াব ই ইয়াক
কিন্তু এনে আমন্ত্ৰণ নিশ্চয় কাম্য নহয়
হে অসমীয়া-
যদিহে কাম্য নহয়, তেন্তে অপেক্ষা কিহৰ
আহা! আমিও কৰো বিপ্লৱ,
নিজকে শুধৰোৱাৰ।
হ'ব পাৰো কোনোবা শিল, কোনোবা মুছলমান
বা কোনোবা ভিন্ন ধৰ্ম্মী।
কিন্তু নানিবা ধৰ্ম্মক ঐক্যৰ মাজলৈ
যদিহে অসমীয়া হোৱা।
সাম্য, মৈত্ৰী আৰু ভ্ৰাতৃত্ববোধেৰে
অসম মাতৃক পুনৰ জগাই তোলা
বিশ্বত বিনন্দীয়া ৰূপেৰে।।
"জয় আই অসম।" ❖❖❖

# মৰমৰ ৰঙানদীখন

✍ ...
...

মৰা সুঁতিৰ যেন হওঁ হওঁ
বৰ্ণিল তুমি লক্ষীমপুৰ সংস্কৃতা
কঢ়িয়াই অতীতৰে পৰা বৈ আছা মাতৃ ৰূপা
হে "ৰঙানদী" মোৰ
কত যুগৰ লক্ষীমপুৰ পিট্‌পিটনি
স্বস্তিৰ নতুবা অশ্বস্তিৰ কঢ়িয়াই আনা তুমি কুটুৰি কুটুৰি
তুমি থকা বাবে তোমাৰ কাষৰ বাকৰিত
প্ৰাণ পায় উঠে কবি, বৈৰ্দ্ধিক, সাহিত্যিকৰ শৃংখল শ্ল'গান
সেই লেম্প বা মেন্থল লাইট জ্বলোৱা
স্মৃতিচাৰণ দিনবোৰ তোমাৰ বুকুত থকা দৰে
একণা-চাৰিঅণা চানাচুৰ খোৱা দিনবোৰলৈ
দুস্প্ৰাপ্য পুৰণি আৰু নতুন দিনবোৰক জয় জয়কাৰে
সময়ৰ তাগিদাৰে কঢ়িয়াই মূল্য বোধৰ চিনাকি দি
এতিয়াও হে মোহময়ী ৰঙানদী বোৱা তুমি
আমাৰে গুণ-গান গায়।।
তুমি কেতিয়াবা কঁহুৱা বননি, বনাঞ্চল, পাহাৰ ভাঙি
ৰঙা ৰঙা ঢৌয়াল পানীৰে য'তে ত'তে বালিচৰ কৰি
সংহাৰ ৰূপী হৈ ক'ত বাৰ্ত্তা দিয়া
তোমাৰ কি যে নৈসৰ্গিক পৰিৱেশ
য'ত হয় মানুহৰ সমাবেশৰ ঘাটি
তোমাক চায় চায়
আনন্দাশ্ৰু বয় মোৰ
দেখো যেন
তুমি লক্ষীমপুৰীয়া বৰ্ণিল সংস্কৃতা
তুমি লক্ষীমপুৰীয়া ঐতিহাসিকতা, ঐতিহাসিক সম্পদ
তুমি যেন আজি সাধনাৰ থলী প্ৰাকৃতিক সৌন্দৰ্য্যা
থলুৱা কৃষ্টি, সংস্কৃতি সৃষ্টি হওঁক যেন নৌকাবিহাৰ
তুমি নাযাবা গুচি মৰা সুঁতি হৈ
তুমি জী থাকা পূৰ্বজক জীৱনৰ সন্ধান দিবলৈ
সেইবাবে আজি এই ক্ষণতে
একাজলী পুষ্প দিলো ছটিয়াই
তুমি যেন হৈ উঠা স-গৰ্ভা সৌম্য সৌ পৰ্বতৰ চুড়া। ❖❖❖

# বিহুৱান

✍ অৰ্চনা গোহাঞি বৰুৱা
নকাড়ী, উঃ লক্ষীমপুৰ

শীতৰ শেষত বসন্ত আহিল।
ফাগুনৰ আঁচলত ধৰি,
পলাশ, শিমলু, মদাৰ জক-মকাই ফুলিল,
বসন্তক আদৰিমবুলি।
বসন্ত অহা বতৰা পায়, চৌদিশে,
কুলিৰ কেতেকীৰ মধুৰ গুঞ্জন,
লুইতৰ বালিচৰত বুলবুলি দহিকতৰাই,
চেওধৰি নাচে, বসন্তৰ বতৰা পায়,
দিলেহি সবাকে জনাই।
বসন্তৰ পৰশত প্ৰকৃতিও হয় ঋতুমতী,
গছৰ ডালে-ডালে কুঁহিপাত মেলে,
প্ৰকৃতিও হৈ পৰে শ্ৰীময়ী নৱৰূপা, অপৰূপা।
কেনে সুন্দৰ মনোমোহা বেশ,
চালে চকুৰোৱা ধৰণী ধুনীয়া
সকলোৰে মন প্ৰাণ হৰি নিয়া।
বহাগ মানে ঢোল, পেপা, গগনা, সুৰীয়া সুৰ,
সকলোৰে মন প্ৰাণ মতলীয়া হয়,
আনন্দৰ উল্লাসৰ বন্যা বয়।
দুখীয়া নিছলা বিহু চেৰা নহৈ,
বনায় ঘৰে ঘৰে চিৰা পিঠা,
ইজনে সিজনক মৰম যঁচা।
চেনেহী মন হয় উখল মাখল,
চেনাইলৈ বিহুৱান যতনাই ৰখা,
তাঁতৰ পাতত বহি ঘনাই মাকো মাৰে,
হেপাঁহৰ বিহুৱান চেনেহক যঁচা।
তাঁতৰ পাটত বহি বিহুনাম জোৰে,
চেনাই তই আহিবি এইবাৰ বিহুতে মোৰ কাষলৈ,
বৈচো মই বিহুৱান তোক দিবলৈ,
হাতত ম'হৰ শিঙৰ জুৰীয়া পেপা
মূৰতে মেৰিয়াই ফুলাম গামোচা,
ওলায় তই আহিবি বিহুতলীলৈ,
ময়ো তোৰ লগতে যাম
তই অনা মুগাৰ সাজ পিন্ধি
বহাগৰ নাচনী হৈ। ❖❖❖



# বহাগ মাথো বহাগ

✍ দীপশিখা টাইদ

কোনে কয় সুৰবোৰ
শেষ হৈ যাব,
কোনে কয় মনবোৰ
ভাঙি যাব,
কোনে কয় ৰংবোৰ
ধূসৰ হ'ব,
কোনে কয় বহাগ
নোহোৱা হ'ব,
কোনে কয়, কোনে কয়
আমি কওঁ
আমাৰ হৃদয়ৰ মাজত বিহু
গাঁথা ৰ'ব চিৰ সেউজীয়া হৈ। ❖❖❖



# বৰষা তুমি আহিলেই

✍ ৰেণু ভূঞা ফুকন
খেলমাটি, লক্ষীমপুৰ

বৰষা
তুমি আহিলেই সগৰ্ভা হয় বসুন্ধৰা
পাহাৰীয়া জুৰিৰ দৰে চঞ্চলা হয়
গছলতা বিৰিষ।
তুমি আহিলেই শইচৰ গোন্ধে
আমোলমোলাই
ৰাংচালী ৰোৱনীহঁতৰ মন
আনন্দত আত্মহাৰা হয়।
মেঘে মেঘে মাদল বাজে
ভূঁই ৰুবলৈ মেখেলা কোচাই
গাভৰুহঁতৰ কলাফুলে ধপধপাই
তুমি আহিলেই ভেকুলীৰ
থুনুক থানাক মাত ফুটি উঠে।
তুমি আহিলেই কৃষকে নাঙলৰ সীৰলুত
দেখে আশাৰ সপোন।
তুমি আহিলেই সৃষ্টিৰ আনন্দত
প্ৰকৃতি হয় দিক্কৰ সম্ভৱা।
তুমি আহিলেই গাভৰুৰ তাঁতশালত
জাকি মাৰি উঠে
হিয়াৰ দীঘ আৰু বানি।
গাভৰুৰ বুকুৰ ওম দি বোৱা
ৰঙাফুলৰ ভমকা বিহুৱান
বিহুত আপোন জনক দিবলৈ।
চৌপাশে ৰঙৰ সম্ভাৰ লৈ
তুমি আহা বৰষা। ❖❖❖

# তোমাৰ হাঁহিটোৰ বাবেই

✍ বিপুল দত্ত
উত্তৰ লক্ষিমপুৰ

তোমাৰ হাঁহিটোৰ বাবেই জন্ম হ'ল এটি
কনমানি কবিতা।
তোমৰ মন যেতিয়া মেঘাচন্ন হৈ যায়।
তুমি যেতিয়া নিৰৱ হোৱা!
তেতিয়া বাৰো মোৰ অৱস্থা কেনেকুৱা হয়?
তোমাৰ অজানিতে
মোৰ মনে হাহাঁকাৰ কৰি উঠে
তেতিয়া মই নিজকে প্ৰশ্ন কৰো!
কিন্তু?.....................
মই জানো উত্তৰ পাওঁ।
আন্ধাৰ বোৰে যে মোক বেঢ়ি ধৰে
চাৰিওফালৰ পৰা।
সুৰুয ওলোৱাৰ লগে লগে
আন্ধাৰ বোৰ পলাই যায়।
তোমাৰ (টেনচ্‌ন) ফ্ৰী ফৰকাল মনে,
মোক হাজাৰ প্ৰশ্নৰ উত্তৰ বিচাৰি দিয়ে
তোমাৰ মৰম লগা সেই মায়াবী হাঁহিটোৱে
মোক আনি দিয়ে জীৱনৰ মধুৰ সপোন!
জীয়া থকাৰ প্ৰেৰণা।
ইত্যাদি, ইত্যাদি, ইত্যাদি। বহুত, কিবা-কিবি। ❖❖❖

# সেতু মাথো তোমাৰ বাবে

✍ তৰামাই পেগু কাৰ্ডং
ফোন ঃ ৯৬৭৮৩২০৫০১

প্ৰথম দেখিয়ে মোৰ বুলিছিলো
কোনেও গম নোপোৱাকৈ বৰষুণত তিতিছো
উলাহত-
প্ৰথম দেখিয়েই ধুমোহা মাতিছো
য'ৰ পৰা আমি যাত্ৰা কৰিব পাৰো ক'ৰবালৈ
যাওঁ ব'ল ৰামধেনুৰ দৰে সাতৰঙী হৈ আকাশত থাকো
কোনেও চুব নোৱাৰাকৈ
প্ৰথম দেখিয়ে মোৰ বুলিছিলো
কোনেও গম নোপোৱাকৈ নদীত সাতুৰিছো
ব'লা আমি গুচি যাওঁ বতাহৰ লগত
ধৰণীৰ বুকুত মৰমৰ ৰং সানি দিও
প্ৰথম দেখিয়ে মোৰ বুলিছিলো
কোনেও গম নোপোৱাকৈ বাহিৰে ভিতৰে নিয়ঁৰত তিতিছো
উলাহত
ব'লা আমি যাওঁগৈ মুকলি পথাৰলৈ
পঁকা পঁকা ধাননিৰ সৰু সৰু আলিত
গৰখীয়াৰ বাঁহী আৰু পেঁপাৰ সুৰ
কোনেও নজনাকৈ হৃদয় উৰালত ভৰাই থওঁ
আহা, গম নোপোৱাকৈ সেয়ে দুয়োকে ভাল পোৱা শিকাব
সেই ভাল পোৱাক বিজুলিয়ে পোহৰাই তুলিব
আহা, বহল নদী এখন আছে মোৰ হৃদয়ত
ভাল লাগিব তৰাবোৰ লেখি লেখি নদীৰ বুকুত
দলিয়াই দিম তোমাৰ মোৰ মৰমবোৰ।
তোমাৰ হাত মোৰ হাত ঢুকি পোৱাকৈ
কাইলৈ নদীয়ে সৰু হব
আহা, আমি প্ৰতিজ্ঞা কৰো নদীক বান্ধি ৰাখিম
সিৰা-উপসিৰাৰে বহল হ'ব নোৱাৰকৈ
তুমি আৰু মই সেতু হৈ ৰ'ম
মৰমবোৰ অহা যোৱা কৰিব পৰাকৈ
এই সেতু মাথো তোমাৰ বাবে। ❖❖❖

# মই হ'লো অসমীয়া

✍ ইমাৰণ হুছেইন
ইন্‌ফিনীতি বিজ্ঞান সংঘ
উত্তৰ লক্ষীমপুৰ মহাবিদ্যালয়

মই এজন অসমীয়া
ৰঙালী বিহুত মাতাল হৈ,
চৌপাশ কৰো বিনন্দীয়া
মই হ'লো অসমীয়া।
জয়াল নিশাৰ ভমক লাগি
বেথেলহামৰ যুদ্ধ দেখি,
হওঁ মই বিপ্লৱী
আই অসমীৰ।
এজন নহয়, দুজন নহয়
সহযোগী মোৰ লক্ষ জন,
একেলগে বিচাৰো আমি
সমন্বয়ৰ অসমখন।
আজি পাহৰিলো লোক কৃষ্টি
পাহৰিলো কোননো অসমীয়া জাতি
সমালোচক বোলা ব্যক্তিজনে বোলে
সেয়াই বিহুৰ বিকৃতি।
আধুনিক প্ৰণয়নে
সলালো মই বিহুৰ মান,
আহা এতিয়া সকলোৱে মিলি
ৰচো অসমীৰ গান। ❖❖❖

# নীলাঞ্জনা মোৰ

✍ যদুমণি বৰুৱা

নীলাঞ্জনা মোৰ,
ব'হাগৰ পদুলিত অপেক্ষাৰত তোমাৰ বাবে
ঢোল, তাঁল, পেঁপাৰে মুখৰিত কৰা বতৰতে
তুমি আহিবানে বসন্তৰ বা লগাই
লাজুকী যৌৱনৰ আঁচল উৰুৱাই
তোমাৰ হিয়াৰ বতৰা লৈ?
নীলাঞ্জনা মোৰ,
তুমি আহিলেই ফুলি উঠিব মোৰ
কল্পনাৰ কপৌ পাহি, মৰমৰ খৰিকাঁজাই
প্ৰফুল্লিত হ'ব মোৰ সপোনৰ কলিটি
আঁতৰি যাব বিৰহৰ কলীয়া ডাৱৰ।
তোমাৰ দুচকুৰ নীলাভৰ মাজত
বিচাৰি চাম অতীতৰ দিনৰ
"পায়ো হেৰুৱাৰ ঠিকনা।"
নীলাঞ্জনা মোৰ,
তুমি আহিবাদেই
লাজুকী যৌৱনৰ আঁচল উৰুৱাই
ন-বসন্তৰ পৰশেৰে আবৃত্ত হৈ
দুয়া পাঠ কৰিম
"সপোনত দেখা দিঠকত ভবা ভাৱনাবোৰ"
পাহৰণিৰ গৰ্ভত এৰি দিম
অতীতৰ ক্ৰুটি বিচ্যুতি
ন-সানিধ্যৰ নতুনত্বৰে
দুয়ো ৰচিম সেন্দুৰীয়া ভৱিষ্যতৰ
হেঙুলীয়া সপোন। ❖❖❖

# সপোন

✍ ধনমনি দত্ত
সভাপতি
উত্তৰ লখিমপুৰ আঞ্চলিক ছাত্ৰ সন্থা

আশাবোৰে দুচকু উজ্জ্বলাই তোলে
কিয় বাৰু এনে হয়?
কোনো এক শান্ত মুহুত্বত অনুভূত হৈছিল
কিছু অস্পষ্ট কিছু অবুজ সেই এয়া ভাষা।
কোনে বাৰু বোৱাই দিয়ে এনে
সপোনভৰা ৰঙীন সঁুতি
যাৰ কোৱাল সোঁতে খহাব বিচাৰে মোৰ
সাগোপনে সাঁচি থোৱা হৃদয়ৰ কোঠীৰ পাঁচি।
ভাঙি চুড়মাৰ হৈ যাব বিচাৰে মোৰ মনৰ দিগ্‌বলয়।
কিয় বাৰো এনে হয়?
পামনে বিচাৰি ইয়াৰ সমিধান। ❖❖❖

# বহাগ

✍ কুঞ্জলতা বুজৰবৰুৱা
৩ নং ৱাৰ্ড, উত্তৰ লখিমপুৰ

ঋতুৰ ধুমুহাই সেচুকি ধৰিলেও
সময়ে লঠিয়াই লৈ ফুৰিলেও
পতনৰ মৰুভূমিত হেৰাই গ'লেও
কুঁহু-কুঁহু ভাৱৰ বুদবুদনি জানা,
কাৰোৰেই নহয় শেষ।

আবিস্কাৰ কৰিলো
বেলি লহিওৱা চন্দ্ৰত
কঁপা-কঁপা হাতেৰে লিখিলো
হাঁহি-হাঁহি চিঞৰি কান্দিলো
ঘোষণা কৰিলো সঁচাই ব'হাগ তুমিয়েই
তুমিয়েই শ্ৰেষ্ঠ সদায়।
তুমিয়েই শ্ৰেষ্ঠ সদায়।। ❖❖❖

# বহাগৰ সংজ্ঞা

✍ সৌৰভ জ্যোতি দত্ত
উত্তৰ লখিমপুৰ

আকাশ ফৰকাল গধূলিৰ জোনাক
বহাগনো কি? সুধিলো মই ককাক,
ককাই বুলিলে, মোৰ বুকুৰ নয়ন
বহাগ অসমীয়া জাতিৰ অয়ন।

বোকোচাত তুলি লৈ বোলে,
মোৰ মৰমৰ বোপাই,
ফাগুনৰ বতাহছাটিক সুধিছানে কেতিয়াবা
সিহঁতেনো কোন দিশে যায়?

সুধিছানে কেতিয়াবা চ'তৰ পচোৱাক
যায় ক'লৈ শিল-ডোল ভাঙি?
সুধিছানে কেতিয়াবা মৰমৰ কেতেকীজনীক
কিয় তোলে ৰোল বুকু ভাঙি?

পাৰা যদি এপাক চাৰিওফালে চাবা
গছবোৰে নতুন সাজ পিন্ধি থকা পাবা,
পাৰা যদি নৈ-পাৰৰ শিমলুজোপা চাবা
বতাহত তোলাবোৰ নাচি থকাত পাবা।

সুধিবাচোন যুঁৱলিত ঘূঁলিমৰা ম'হটোক
কাৰ বাবে ধৰাইছে সি গল?
সুধিবাচোন বসন্তৰ কিন-কিনিয়া বৰষুণজাকক
কিয় আহে শাওনৰ ঢল।

পাৰিলে কাইলৈ তগৰক মাতিবা
তাইকে বহাগৰ বতৰা সুধিবা,
পাৰিলে কালিলৈ বিহুলৈ ওলাবা
ধুনীয়াকৈ মুগাৰঙৰ সাজজোৰ পিন্ধিবা।
বকুলৰ তলিত শুনিবা যেতিয়া
হাজাৰজনৰ অন্তৰৰ ৰাগ,
তেতিয়াহে তুমি বুজিবা কি
অসমীয়াৰ মৰমৰ বহাগ।

বহাগ অসমীয়া জাতিৰ দাপোন
য'ত কোনো ভেদ-ভাৱ নাই,
ই প্ৰকৃতিৰ অনন্য সপোন
যাৰ কোনো উপমা নাই। ❖❖❖

(1)

# অসম চৰকাৰ

## লখিমপুৰ জিলা পৰিষদৰ যোগেদি ৰূপায়িত আঁচনি সমূহ

### (১) ৰাষ্ট্ৰীয় সামাজিক সাহাৰ্য কাৰ্যক্ৰম (প্ৰগেম) (NSAP)

ৰাষ্ট্ৰীয় সামাজিক সাহাৰ্য নুন্যতম (আঁচনি) ৰ যোগেদি চৰকাৰে লোৱা প্ৰচলিত জন হিতকাৰী আঁচনিৰ বাদেও নিম্নতম ৰাষ্ট্ৰীয় মানৰ সামাজিক অৱস্থা লাভৰ অৰ্থে সাহাৰ্য্য প্ৰদান কৰা হৈছে। উক্ত কাৰ্য্যক্ৰমনিকাৰ যোগেদি বৃদ্ধ, বিধৱা, শাৰিৰীক ভাৱে অক্ষম নাগৰিক সকলক সকাহ দিবৰ বাবে তলত উল্লেখ কৰা পাঁচটি আঁচনি ৰূপায়ন কৰা হয়।

### (ক) ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় বৃদ্ধ পেন্সন আঁচনি (IGNOAP)

দৰিদ্ৰ সীমাৰেখাৰ তলৰ বৃদ্ধ/বৃদ্ধা সকলক আৰ্থিকভাৱে সকাহ দিয়াৰ উদেশ্য এই আঁচনিখন চৰকাৰে প্ৰনয়ণ কৰিছে। উক্ত আঁচনিৰ যোগেদি ৬০ ৰ পৰা ৭৯ বছৰৰ লোক সকলক মাহিলী ২০০/- টকা আৰু ৮০ বছৰৰ ওপৰৰ লোক সকলক মাহিলী ৫০০/- টকা পেন্সন দিয়া হয়।

জিলাখনৰ বাবে ২০১৪-১৫ বৰ্ষৰ অনুমোদিত হিতাধীকাৰিৰ সংখ্যা-

৮০ ও ৮০ বছৰৰ ওপৰৰ- ১৫৫৬ গৰাকী

৬০ আৰু ৭৯ বছৰৰ - ২৬০৯৩ গৰাকী

মুঠ- ২৭৬৪৯ গৰাকী

২০১৪-১৫ বৰ্ষৰ বাবে অনুমোদিত পুঁজিৰ পৰিমাণ

(ক) ৮০ ও ৮০ বছৰ ওপৰৰ হিতাধীকাৰিৰ বাবে:- ৭৭৮০০০০.০০

(খ) ৮০ বছৰ তলৰ হিতাধীকাৰিৰ বাবে:- ৩৬৫৩০২০০.০০

মুঠ:- ৪৪৩১০২০০.০০টকা

হিতাধীকাৰি সকলৰ মাজত বিতৰণ কৰি থকা হয়।

(2)

**(খ) ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় বিধৱা পেন্সন আঁচনিঃ- (IGNWPS)**

৪০ বছৰৰ পৰা ৭৯ বছৰৰ ভিতৰৰ দৰিদ্ৰ সীমাৰেখাৰ তলৰ বিধৱা মহিলাসকলৰ বাবে এই আঁচনি চৰকাৰে প্ৰনয়ণ কৰিছে।

জিলাখনৰ ২০১৪-১৫ বৰ্ষৰ বাবে অনুমোদিত হিতাধীকাৰি সংখ্যা:- ৪০৩৫ গৰাকী

২০১৪-১৫ বৰ্ষৰ বাবে আৱন্টিত আৰু বিতৰন কৰা পুঁজিৰ পৰিমান:-

৮৪,৭৩,৫০০.০০ টকা

**(গ) ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় শাৰিৰীক ভাৱে অক্ষম লোকৰ পেন্সনঃ- (IGNDPS)**

যি সকল ব্যক্তি (পুৰুষ/মহিলা) ৮০ শতাংশ শাৰিৰীকভাৱে অক্ষম, তেখেত সকলক সকাহ দিবৰ বাবে এই আঁচনি চৰকাৰে প্ৰনয়ণ কৰিছে। দৰিদ্ৰ সীমাৰেখাৰ তলৰ ১৮ বছৰৰ পৰা ৭৯ বছৰৰ বয়সৰ ৮০ শতাংশ শাৰিৰীক ভাৱে অক্ষম লোক সকলক সামৰি লোৱা হয়। মাহিলী সাহাৰ্য্য পুঁজিৰ পৰিমান ৩০০/- (তিনিশ) টকা।

২০১৪-১৫ বৰ্ষৰ বাবে:- অনুমোদিত হিতাধীকাৰি সংখ্যা:- ১৫৪১ গৰাকী

২০১৪-১৫ বৰ্ষত আৱন্টিত পুঁজিৰ পৰিমান:- ৩২,৩৬,১০০.০০ টকা

**(ঘ) ৰাষ্ট্ৰীয় পৰিয়াল কল্যান আঁচনি (NFBS)**

দৰিদ্ৰ সীমাৰেখাৰ তলৰ পৰিয়ালৰ মূল উপাৰ্জনকাৰী জনৰ মৃত্যু হলে সেই পৰিয়ালটোক সকাহ দিবৰ বাবে মৃতকৰ পৰিয়ালক উক্ত আঁচনিৰ যোগেদি ২০,০০০ টকা এককালীন সাহাৰ্য্য দিয়া হয়। ১৮ বছৰৰ পৰা ৫৯ বছৰৰ ভিতৰৰ দৰিদ্ৰ সীমাৰেখাৰ তলৰ পৰিয়ালৰ মুখ্য লোক জনৰ ক্ষেত্ৰত প্ৰযোজ্য হয়।

২০১৪-১৫ বৰ্ষৰ বাবে অনুমোদিত হিতাধীকাৰিৰ সংখ্যা:- ১৫০ গৰাকী

আৱন্টিত পুঁজিৰ পৰিমান:- ১৭,৪০,০০০.০০ টকা

(3)

(ঙ) অন্নপূর্ণা আঁচনিঃ-

এই আঁচনিৰ যোগেদি দৰিদ্ৰ সীমাৰেখাৰ তলৰ ও বৃদ্ধ পেন্সনত সামৰি লব নোৱাৰা লোকসকলক মাহিলি ১০(দহ) কিলোগ্ৰাম আটা/চাউল বিতৰণ কৰা হয়।

২০১৪-১৫ বৰ্ষৰ বাবে মুঠ হিতাধীকাৰি সংখ্যাঃ- ১০২৮ গৰাকী

২০১৪-১৫ বৰ্ষৰ বাবে আৱন্টিত পূঁজিৰ পৰিমানঃ- ৫,৬৮,৯৯৮.০০ টকা

(চ) ত্ৰয়োদশ বিত্তীয় আয়োগৰ অনুদানঃ- (TFC)

ত্ৰয়োদশ বৃত্তীয় আয়োগৰ অনুদানৰ যোগেদি জিলাৰ আন্তঃগাথনি উন্নয়নৰ বাবে চৰকাৰে বিভিন্ন আঁচনি যেনে- খোৱা পানী, পথ, নলা-নৰ্দমা, সমূহীয়া ভৱন আৰু বজাৰ গৃহ নিৰ্মাণ আদি আঁচনি ৰূপায়ন কৰা হয়।

২০১৪-১৫ বৰ্ষৰ মুঠ আৱন্টিত পূঁজিৰ পৰিমানঃ- ১৪৭৩.২৩ লাখ টকা

২০১৪-১৫ বৰ্ষৰ মুঠ আঁচনিৰ সংখ্যাঃ- ২৬৮ টা

ইয়াৰে (১) বহুমুখী ৰাজহুৱা ভৱন ২টা, প্ৰতেটো আঁচনিৰ বিপৰীতে আৱন্টিত পূঁজিৰ পৰিমান ১২৫.০০ লাখ টকা, (২) কবৰস্থান বা শ্মশান শালি - ৩৬ টা ইয়াৰে ৬ টা আচনিৰ বিপৰীতে আৱন্টিত পূঁজিৰ পৰিমান ১৬.০০ লাখ টকা আৰু ৩০ টা আঁচনিৰ বিপৰীতে আৱন্টিত পূঁজিৰ পৰিমান ৮.০০ লাখ টকা, (৩) নতুন বজাৰ গৃহ ১৬ টা, প্ৰতিটো আঁচনিৰ বিপৰীতে আৱন্টিত পূঁজিৰ পৰিমান ২৫.০০ লাখ টকা আৰু (৪) জিলাপৰিষদ, আঞ্চলিক পঞ্চায়ত আৰু গাওঁ পঞ্চায়তৰ মুঠ আঁচনিৰ সংখ্যা ২১৪ টা।

(ছ) জিলা উন্নয়ন আঁচনিঃ- (DDP)

উক্ত আঁচনিৰ যোগেদি জিলাখনৰ আন্তঃগাথনি ও জনসাধাৰণৰ আৰ্থিক উন্নয়নৰ বাবে যেনে-পথ, ৰাজহুৱা ভৱন নিৰ্মাণ, মীন পালন ও পুখুৰী আদি আঁচনি ৰূপায়ন কৰা হয়।

(4)

২০১৪-১৫ বৰ্ষৰ মুঠ আৱন্টিত পুঁজিৰ পৰিমান:- ৪৭৬.১৭ লাখ টকা

২০১৪-১৫ বৰ্ষৰ মুঠ আঁচনিৰ সংখ্যা:- ২৭৪ টা।

## (জ) পিছপৰা অঞ্চল উন্নয়ন পুঁজি:- (BRGF)

বিকাশৰ ক্ষেত্ৰত থকা অসমতা আঁতৰোৱাৰ উদ্যেশ্য পিছপৰা অঞ্চলৰ উন্নয়ন পুঁজিৰ ব্যৱস্থা কৰা হৈছে। বাছনিকৃত জিলাসমূহৰ উন্নয়ন প্ৰক্ৰিয়া ত্বৰান্বিত কৰাৰ বাবে এই পুঁজিৰে বিত্তীয় সম্মপদ যোগানৰ যোগানৰ যেগেদি বিভিন্ন আন্ত:গাথনিমূলক আঁচনি ৰূপায়ন কৰা হয়।

২০১৪-১৫ বৰ্ষত মুঠ আৱন্টিত পুঁজিৰ পৰিমান:- ১৪১৭.০০ লাখ

২০১৪-১৫ বৰ্ষত মুঠ আঁচনি:- ৫৩৭ টা

## (ঝ) চতুৰ্থ অসম বিত্তীয় আয়োগৰ অনুদান:- (FASFC)

চতুৰ্থ বৃত্তিয় আয়োগৰ অনুদানৰ জৰিয়তে গাওঁ পঞ্চায়ত আৰু আঞ্চলিক প ঞ্চায়তৰ কাৰ্যালয় গৃহ, গাঁও পঞ্চায়তৰ সচিব ও চতুৰ্থ শ্ৰেনীৰ কৰ্মচাৰী আবাস গৃহ নিৰ্মান ও খেলপথাৰ উন্নয়ন, উদ্যান, ৰাস্তা-ঘাট আদি সামৰি আঁচনি গ্ৰহণ কৰা হয়।

২০১৪-১৫ বৰ্ষৰ বাবে ৰাস্তা, পুল, পকিকোঁৱা আদি নিৰ্মাণৰ বাবে উক্ত শিতানত

আৱন্টিত ধনৰ পৰিমান:- ২৪৩ লাখ টকা

২০১৪-১৫ বৰ্ষৰ মুঠ আঁচনিৰ সংখ্যা:- ১০২ টা।

মূখ্য কাৰ্য্যবাহী বিষয়া<br>
লখিমপুৰ জিলা পৰিষদ<br>
উত্তৰ লখিমপুৰ।

# ৰঙালীৰ সঁজাল ধৰা

## শুভেচ্ছাৰে...





উদ্‌যাপন সমিতি

৫৭ তম্

**লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, ২০১৫**



বিলুপ্তপ্ৰায় প্ৰজাতি চৰাই সংৰক্ষণৰ বাবে ওখ জাতীয় গছপুলি ৰোপণৰ এক মুহূৰ্ত

৫৭ তম্

লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, ২০১৫

## সম্পাদনা সমিতি


শ্ৰীযুতা সুপ্ৰভা মেধি
উপদেষ্টা



শ্ৰীযুত যতীন শইকীয়া
উপদেষ্টা


শ্ৰীযুত কমল শইকীয়া
উপদেষ্টা


নাজিম আহমেদ
উপদেষ্টা


শ্ৰীযুত সুৰজিৎ ভূঞা
উপদেষ্টা


শ্ৰীযুত কৃষ্ণ দাস
উপদেষ্টা


শ্ৰীযুত প্ৰশান্ত দত্ত
উপদেষ্টা


শ্ৰীযুত ৰুক্ম গোহাঁই বৰুৱা
সভাপতি


শ্ৰীযুত সঞ্জীৱ কোঁৱৰ
উপদেষ্টা


শ্ৰীযুত পুলক বৰা
উপদেষ্টা


শ্ৰীযুত অৰূপ কলিতা


শ্ৰীযুত অজিত বুঢ়াগোঁহাই

সম্পাদকদ্বয়


নিৰৱজ্যোতি বৰদলৈ
সদস্য


তন্ময় শইকীয়া
সদস্য


হিমাশ্ৰী দত্ত
সদস্যা


ৰুবু শইকীয়া
সদস্য


ৰূপম শৰ্মা
সদস্য


প্ৰাঞ্জল বৰুৱা
সদস্য


বেদান্ত কাকতি
সদস্য


হেমন্ত গোস্বামী
সদস্য


পূজা নেওগ
সদস্য


দেহীৰাম চুতীয়া
সদস্য


চয়নিকা দত্ত
সদস্য


মঞ্জু বেগম
সদস্য


ৰবীন্দ্ৰ দোলাকাষৰীয়া
সদস্য



৫৭ তম লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন ২০১৫ বৰ্ষৰ সভাপতি শ্ৰীযুত উদয় শংকৰ হাজৰিকা দেবৰ সৈতে সম্পাদক শ্ৰী চন্দ্ৰন ভূঞা,শ্ৰী অজিত বুঢ়াগোঁহাই,শ্ৰী বলিন শইকীয়া, শ্ৰী ধনমনি দত্ত ,শ্ৰীযদুমনি বৰুৱা আৰু শ্ৰী নিৰেণ বৰুৱা।



উদ্‌যাপন সমিতিৰ বিষয়ববীয়া সকল





সভাপতিৰ সৈতে ৰঙালীহাট উপসমিতিৰ সদস্য সকল



সভাপতিৰ সৈতে ব্যৱস্থাপনা উপসমিতিৰ সদস্য সকলৰ একাংশ



সাহিত্য উপসমিতিৰ সদস্য সকলৰ একাংশ



বিয়ানাম, দিহানাম উপসমিতিৰ সদস্যা সকলৰ একাংশ



সমবেত সঙ্গীত উপসমিতিৰ সদস্যা সকলৰ একাংশ



সভাপতিৰ সৈতে উদযাপন সমিতিৰ বিষয়ববীয়া সকলৰ একাংশ



জনগোষ্ঠীয় লোকনৃত্য প্ৰদৰ্শণ উপসমিতিৰ সদস্য সকলৰ একাংশ



পৰিবহন উপসমিতিৰ সদস্য সকলৰ একাংশ



সভাপতিৰ সৈতে উদযাপন সমিতিৰ সদস্যা সকলৰ একাংশ



সভাপতিৰ সৈতে শোভাযাত্ৰা উপসমিতিৰ সদস্য সকলৰ একাংশ



ক্ৰীয়া উপসমিতিৰ সদস্য সকলৰ একাংশ

## ৫৭ তম লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন-২০১৫ বৰ্ষৰ

# লাইখুটা স্থাপন







